প্ৰকাশক ॥ শ্ৰীনৰেন্দ্ৰনাথ দাস ॥ মিত্ৰ এজেঞ্চি এণ্ড কোং
তিনিচুকীয়া ॥ অসম
প্ৰথম প্ৰকাশ ॥ চেপ্টেম্বৰ '৬৯ ॥ বেটুপাত ॥ খালেদ চৌধুৰী
**মূল্য ॥ তিনি টকা পঞ্চাশ পইচা**
মুদ্ৰক ॥ শ্ৰীঅজিতকুমাৰ দত্ত ॥ ৰামকৃষ্ণ প্ৰিণ্টিং ওৱাৰ্কচ্
৪৪, সীতাৰাম ঘোষ ষ্ট্ৰীট্
কলিকতা-৯

১৯৬০ চনত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ স্বীকৃতি দিয়াৰ সন্দৰ্ভত একুৰা জুই জ্বলিছিল—দুটা সম্প্ৰদায়ৰ মাজত। সেইকুৰা জুইৰ কথা বিক্ষিপ্তভাৱে সমসাময়িক কাকতে-পত্ৰই দুই-এটি উত্তপ্ত আলোচনা, দুই-এখন চিঠিৰ মাজতে সীমাবদ্ধ হৈ আছে। আজিকোপতি তাৰ এটি সামাজিক বিশ্লেষণ নহ'ল। বঙালী ভাষাত এই বিৰোধৰ পটভূমিত অতি জঘন্য আৰু অবাইচ কথা-বতৰাৰে ভৰা কিতাপ কেইবাখনো ওলাইছে। সেইবোৰৰ মূল্যায়ন সচেতন ৰাইজে কৰিব●●●

মই বাতৰি-কাকতৰ লগত জড়িত বাবেই '৬০-ৰ ভাষা-আন্দোলনৰ নগ্ন ৰূপটো অসমৰ সকলো ঠাইতে ওচৰৰপৰা দেখাৰ সুবিধা হৈছিল। কটন কলেজৰ দুই নম্বৰ ছাত্ৰাবাসৰ বাৰাণ্ডাত গুলী লাগি বাগৰি পৰা নিৰপৰাধী ল'ৰাটোৰ মূৰৰ ৰঙা তেজ দেখিও চমকি উঠি, ওচৰ চাপি ফটো তুলি আনি, বাতৰি-কাকতত বাতৰি লিখি দিনে দিনে বহল অভিজ্ঞতাৰ আভাস পোৱাৰ সুযোগ ঘটিছিল। মই তেতিয়াৰেপৰা এই বিৰোধৰ ৰাজনৈতিক দিশটো চাবলৈ চেষ্টা নকৰি মানুহৰ ভিতৰৰ 'সঁচা' মনটো বুজাৰ এটি নম্ৰ প্ৰয়াস কৰিছিলোঁ। তাৰেই প্ৰকাশ 'দেৱী'●●●

এইখন ঠিক উপন্যাস নে সেই সময়ৰ ঘটনাৰ পৰিপ্ৰেক্ষিতত এটি মানৱীয় আনুভূতিক বিশ্লেষণ নে ৰানিং কমেণ্টৰী—মই নিজেও নেজানো। কিন্তু ইয়াত লিপিবদ্ধ ঘটনা, চৰিত্ৰ, স্থান সকলোখিনি সঁচা বুলি কোৱাৰ দুঃসাহস মোৰ আছে●●●

মোৰ বিশ্বাস, মানুহৰ মনৰ মাজত নিহিত থকা শুভ-বুদ্ধিৰ কেতিয়াও মৃত্যু হ'ব নোৱাৰে। 'দেৱী' তাৰেই প্ৰতীকী প্ৰকাশ●●●

নিৰোদ চৌধুৰী॥ আসাম ট্ৰিবিউন/অসম বাণী॥ গুৱাহাটী॥

'আমি অসমীয়া নহওঁ দুখীয়া বুলি
সান্ত্বনা লভিলে নহ'ব
আজিৰ অসমীয়াই নিজক নিচিনিলে
অসম ৰসাতলে যাব...'

॥ উচৰ্গা কৰিলোঁ ॥ ভাষা-আন্দোলনৰ জুইত যিবোৰে প্ৰাণ দিলে ॥

একুৰা জুই জ্বলিছিল।

জ্বলিছিল নহয়, একুৰা জুই জ্বলাইছিল।

জ্বলাইছিল কোনো এটা সম্প্ৰদায়ে। কোনে জানে, জ্বলাইছিল হয়তো দুটা সম্প্ৰদায়ে। হয়তো বহুতো সম্প্ৰদায়ৰ অজ্ঞাতভাৱে সেই জুই জ্বলোৱা কাৰ্যত বৰঙণি আছে। আছিল।

অসমত সেই জুই জ্বলিছিল। জ্বলিছিল বঙ্গদেশতো। জ্বলিছিল গুৱাহাটীত, লামডিঙত, শ্বিলঙত, নগাঁৱত, শিলিগুৰিত, শিৱসাগৰত, পলাশবাৰীত, আলিপুৰ দুৱাৰত, গোৰেশ্বৰত, ডিব্ৰুগড়ত, কলিকতাত।

বৰ ভয়াবহ সেই জুই।

বৰ লেলিহান তাৰ ৰাক্ষসী শিখা।

এই জুয়ে এফালৰপৰা পুৰি নিছিল সকলো। সকলো পুৰিছিল। পুৰিছিল ঘৰ-দুৱাৰ, দোকান-পোহাৰ, বয়-বস্তু, কাপোৰ-কানি। পুৰিছিল সকলো।

লগে লগে পুৰি নিছিল মানুহৰ স্বাভাৱিক সৌজন্যবোধ, প্ৰেম, ভালপোৱা, মানৱতা, দয়া-মায়া, স্নেহ-প্ৰীতি। সকলো।

একুৰা জুই।

এই জুইকুৰাৰ পোহৰ বৰ উজ্জ্বল। বৰ ৰঙীণ তাৰ ৰং।

এই জুই জ্বলিছিল ১৯৬০ চনত।

১৯৬০ চনৰ জুইৰ উত্তাপ এতিয়াও শেষ হোৱা নাই। হ'ব নোৱাৰে। এই জুই বৰ মাৰাত্মক, বৰ ভয়াবহ, বৰ শঙ্কাজনক। এই জুইত পুৰিলে সোণ হয়তো উজ্জ্বল নহ'ব। এই জুইত পুৰিলে মানুহৰ দাহকাৰ্যও অসম্পূৰ্ণ হৈ ৰ'ব।

কাৰণ এই জুই সাম্প্ৰদায়িকতাৰ জুই। এই জুই বিদ্বেষৰ জুই। এই জুই নীচাত্মিকা মনোভাৱৰ স্বাৰ্থজড়িত ৰাজনীতিৰ জুই।

আজিও এই জুইৰ উত্তাপ ঠায়ে ঠায়ে পোৱা যাব। নেদেখাকৈয়ে এই জুই জ্বলিব পাৰে, তুঁহৰ গুড়িৰ অস্পষ্ট জুইৰ দৰে।

১৯৬০ চনৰ ভাষা আন্দোলনৰ জুই।

সঁচা জুই একুৰাও জ্বলিছিল। গুৱাহাটীত। গুৱাহাটী মহানগৰীৰ প্ৰাণকেন্দ্ৰত। ডনবস্কো স্কুলৰ কাষত। বহু ঐতিহ্যবাহী অসমৰ প্ৰাচীন কলেজ এখনৰ ছাত্ৰাবাসৰ ওচৰত।

দিনটো কাৰ বাৰু মনত নেথাকিব ?

আকাশতো জুই জ্বলিছিল। তাৰো উত্তাপ অসহ্য। জুলাই মাহৰ প্ৰখৰ সূৰ্যৰপৰা টোপে টোপে উত্তাপ খহি পৰিছিল।

কৰ্মব্যস্ত গুৱাহাটী মহানগৰী চিৰদিন স্বকীয় গতিবেগেৰে সজীৱ আৰু সক্ৰিয় হৈ থকাৰ দৰে সেইদিনাও আছিল।

হঠাতে ফায়াৰ ব্ৰিগেডৰ ৰঙচুৱা গাড়ীখন তীব্ৰবেগে সেই বিশেষ ঘণ্টাধ্বনিৰে পাণ্বজাৰৰ মাজেদি পাৰ হৈ গ'ল, বিভিন্ন কামত ব্যস্ত থকা বিভিন্ন ঠাইৰ মানুহে নিজৰ নিজৰ ঠাইৰপৰা এযোৰ এযোৰ চকুৰে সেই গাড়ীলৈ চালে।

সকলোৱে মনতে ভাবিলে ক'ৰবাত জুই লাগিছে নিশ্চয়।

কিন্তু ক'ত ?

জুই !

জুই বৰ ভয়াবহ।

সঁচাকৈয়ে জুই লাগিছিল। কটন কলেজৰ দুই নম্বৰ ছাত্ৰাবাসৰ বিপৰীতফালে থকা, বিভিন্ন ব্যৱসায়ত জুম বান্ধি থকা চাপৰ চাপৰ কিছু ঘৰত জুই লাগিছিল। এয়া আছিল সঁচা জুই ! বহুতে অৱশ্যে কয় মিছা জুই, তাৰ কাৰণো আছে।

হো-হোৱাই জুইৰ প্ৰচণ্ড অগ্নিশিখা আকাশৰ ওপৰলৈ উৰিছিল। গছৰ পাত এখিলাও নকঁপা, নিথৰ সেই থমথমীয়া পৰিৱেশৰ মাজতো জুইৰ স'তে ক'লা ধোঁৱা, জ্বলা খেৰৰ ঘৰৰ, টিনৰ ঘৰৰ, খেৰৰ বিভিন্ন আকৃতিত জ্বলি জ্বলি উৰি যোৱা টুকুৰা, বিকট শব্দেৰে ফুটি যোৱা টিনৰ টুকুৰাই আকাশ সশব্দে কঁপাই তুলিছিল। ঠাইখিনিত হুলস্থুল লাগি পৰিল।

কোনোবাই ক'লে, সৰু খেৰীঘৰ এটাৰপৰা এই জুইৰ উৎস। কোনোবাই ক'লে, জুই লগা নাই, লগাইছে। কিন্তু কোনে?

কোনোৱে নেজানে।

ঠাইখিনিত বিভিন্ন সম্প্ৰদায়ৰ মানুহ। চেলুন, চাউল-দাইলৰ দোকান, জুৱেলাৰী শ্বপ, চাহৰ দোকান, পাণ-তামোলৰ দোকান।

জুই দপ্‌দপাই জ্বলিছিল।

ভিতৰি ভিতৰি জ্বলি থকা আত্মৰোষৰ এয়া বহিৰ্প্ৰকাশ নহয়তো? কোনোবাই ক'লে, কোনোবা সম্প্ৰদায়ৰ মানুহে এই জুই লগাইছে।

অইন সম্প্ৰদায়ে গৰজি উঠিল, লগোৱা নাই, লগাই লৈছে। এইবোৰ দেখুৱাইছে। চকুত তেল দি কন্দাৰ যুক্তি!

জুই জ্বলিছিল দপ্‌দপাই।

বিভিন্ন ঠাইৰপৰা দলে দলে মানুহ আহি সেই নিৰ্দিষ্ট ঠাই ভৰি গ'ল। সকলোৱে চাইছিল জুইৰ ৰঙা শিখা।

ফায়াৰ ব্ৰিগেডৰ গাড়ীয়ে ব্যস্ত হৈ জুই নুমাবলৈ উঠি-পৰি লাগিছিল। সমগ্ৰ ৰাজ্যখনতে থুপ খাই থকা উত্তেজনাৰ বহিৰ্প্ৰকাশৰ ভয়ত ৰাজ্যৰ পুলিচ-বাহিনী সন্ত্ৰস্ত হৈ আছিল। পুলিচ আহিছিল দলে দলে। শান্তি ৰক্ষাৰ বাবে।

জুই য'ত জ্বলিছিল তাৰ চাৰিওকাষৰ পৰিৱেশো শান্ত নাছিল।

নানান জনৰ নানান মন্তব্য।

পুলিচৰ তৎপৰতাই ঠাইখিনি মুখৰ কৰি তুলিলে।

ভাষা-আন্দোলনৰ জুই সেয়া হয়তো নাছিল। কোনে জানে, হয়তো আছিল।

কাৰণ জুইৰ উত্তাপ পায়ে হওক বা স্বাভাৱিক কৌতূহলেৰে হওক জুই লগা ঠাইখিনি বিভিন্ন মানুহৰ সমাগমেৰে খদম্-দমাইছিল।

বিপৰীতফালৰ কলেজ ছাত্ৰাবাসৰ উৎসুক ল'ৰাবোৰে জুম বান্ধি হোষ্টেলৰ বাৰাণ্ডাত ওলাই সেই দৃশ্য চাইছিল। ঘৰৰ ওচৰত তেনে একুৰা জুই দেখি নিহালী লৈ শুই থাকিব কোন? কিছু ছাত্ৰই হয়তো স্বাভাৱিক কৌতূহল ৰাখিব নোৱাৰি বাহিৰলৈ ওলায়ো গৈছিল।

জুই জ্বলিছিল দপ্‌দপাই।

সমবেত মানুহৰ মাজত কোনোৱে একো উত্তেজনা তেনেদৰে দেখুৱা নাছিল।

পুলিচৰ ব্যস্ততাই চৰম সীমা পালেগৈ।

ওপৰৱালা অফিচাৰ এজনে চাৰিওফালৰ মানুহবোৰ খেদি পঠিয়াবলৈ হুকুম দিলে। আৰম্ভ হ'ল মানুহ খেদাৰ অভিযান।

জুইকুৰাই একেভাৱে আকাশলৈ হাত মেলি জ্বলি আছিল।

কলেজ ছাত্ৰাবাসৰ ল'ৰাবোৰকো ভিতৰলৈ যাবলৈ সজোৰে চিঞৰি হুকুম দিলে। কিছুমান গ'ল। কিছুমান নগ'ল।

পুলিচে হঠাতে গুলী চলোৱা আৰম্ভ কৰিলে। সমবেত মানুহ ছেদেলি-ভেদেলি হ'ল। কোনে কেনি পলাল, দৌৰি কোন ক'ত সোমাল, তাৰ একো ঠিক নোহোৱা হ'ল।

গুলীৰ শব্দ শুনা গ'ল।

কিয় এই গুলী কোনোৱে নুবুজিলে।

বলিয়া মানুহৰ দৰে ওপৰৱালা অফিচাৰ এজনে মাথোন হুকুম দিলে।

কলেজ হোষ্টেলৰ ফেন্সিঙৰ ওপৰত বন্দুক থৈ পুলিচে গুলী চলালে। আতঙ্কিত হোষ্টেলৰ ল'ৰা যেনিয়ে পাই তেনিয়ে দৌৰিবলৈ ল'লে।

খিৰিকীৰ মাজেদি গুলী সোমাই গ'ল। খিৰিকীৰ কাচ থান্‌বান্ হ'ল। বেৰ ফুটি গুলী সোমাল।

বাগৰি পৰিল কোনোবা এজন। কাৰোবাৰ পেট, কাৰোবাৰ ভৰি, কাৰোবাৰ মূৰত আঘাত লাগিল।

কাৰোবাৰ নাম অমৃত ভট্টাচাৰ্য, কাৰোবাৰ নাম নেত্ৰধৰ দাস, কাৰোবাৰ নাম তিলক হাজৰিকা, কাৰোবাৰ নাম ভূপেন শৰ্মা, কাৰোবাৰ নাম ৰুদ্ৰ গোহাঁই আৰু কাৰোবাৰ নাম অমৰ হাজৰিকা।

হোষ্টেলৰ ভিতৰফালৰ বাৰাণ্ডা এখনত তেজেৰে লুতুৰি-পুতুৰি হৈ বাগৰি পৰিল আৰু এজন।

ভাষা আন্দোলনৰ প্ৰথম ছহিদ্।

নাম যাৰ ৰঞ্জিত বৰপূজাৰী।

জুইকুৰা কোনে জ্বলাইছিল?

তাৰ বিচাৰ কোনে কৰিব?

কিন্তু তাৰ আগতে একুৰা জুই সেইদিনা কটন কলেজ হোষ্টেলৰ দুই নম্বৰ ছাত্ৰাবাসৰ বাৰাণ্ডাত জ্বলি উঠিছিল।

ফেন্সি কাপোৰৰ পায়জামা আৰু নীলা-বৰণীয়া চাৰ্টেৰে কুমলীয়া এটা ল'ৰাৰ মূৰত গুলী লাগি হো-হোৱাই তেজে গোটেই বাৰাণ্ডা ভৰি গৈছিল। জুইৰ পোহৰ হয়তো ৰঞ্জিত বৰপূজাৰীয়ে দেখাই নাছিল। ৰাজনীতিৰ জুই নেলাগে, একো জুইৰ পোহৰে সেই ফুল-কুমলীয়া ল'ৰাৰ দুচকুৰ আগত উদ্ভাসি উঠা নাছিল।

অথচ, কি আচৰিত! বাহিৰৰ জুইতকৈও প্ৰচণ্ড শক্তিশালী জুই হৈ দেখা দিলে সেই নিৰপৰাধী ল'ৰা। প্ৰাণবায়ু কাৰোবাৰ হাতৰ গুলীতে নিঃশেষ হৈ যোৱা ৰঞ্জিত বৰপূজাৰীৰ তেজে তুমুৰলি দিয়া দেহৰপৰা একুৰা এনে জুই জ্বলিল, যি জুই হেজাৰখন ফায়াৰ ব্ৰিগেড কিয়, গোটেই ব্ৰহ্মপুত্ৰখনৰ পানী আনি ঢালিলেও ধুনুমায়। ধুনুমায়।

১৯৬০-ৰ চাৰি জুলাইৰ গুৱাহাটীৰ ডনবস্কোৰ ওচৰৰ সেই জুই এটা সময়ত নিয়ন্ত্ৰিত হৈছিল, ফায়াৰ ব্ৰিগেডৰ গাড়ীৰ পানী, মানুহৰ সক্ৰিয় চেষ্টাত সেই জুই নুমাল।

সমগ্ৰ গুৱাহাটী নগৰী সান্ধ্য আইনৰ কবলত। ৰাজপথত সশস্ত্ৰ মিলিটাৰী। বুট জোতাৰ খট্ খট্ শব্দ, মাজে মাজে পুলিচ-বাহিনীৰ গাড়ীৰে অহা-যোৱা। তাৰ বাহিৰে একো নাই।

পুলিচৰ আঠ ৰাউণ্ড গুলীৰ কোবত আহত হৈ বাগৰি পৰা ডুজন ল'ৰা আৰু প্ৰাণবায়ু ওলাই যোৱা নিৰপৰাধী এটি ল'ৰাৰ বিশুদ্ধ আত্মাৰ ক্ৰন্দনধ্বনি কিন্তু বন্ধ নহ'ল।

জুই বৰ ভয়াবহ।

একুৰা জুই নুমাল। আৰু একুৰা জ্বলিল।

শিৱসাগৰৰ কোনো এখন নিৰ্জন শ্মশানত আৰু একুৰা জুই জ্বলিল। এইকুৰা জুই ৰঞ্জিত বৰপূজাৰীক দাহ কৰিবলৈ জ্বলোৱা জুই।

এই জুইৰ ৰঙো ৰঙা। পিছে এই জুইৰ ৰাজনীতি নাই। এই জুইত সাম্প্ৰদায়িকতাৰ গোন্ধ নাই। এই জুইত অসমীয়া-বঙালী-মাদ্ৰাচী-শিখৰ কোনো চিন নাই।

এবাৰ জুই জ্বলিলে নুমাব কেনেকৈ ?

নুনুমাল।

বিক্ষুব্ধ জনতাৰ মাজত ছট্‌ফটনি। সমগ্ৰ অসমৰ ৰাইজ সচেতন হ'ল।

জুই জ্বলিল সকলোতে।

শ্বিলঙত।

লামডিঙত।

গোৰেশ্বৰত।

গুৱাহাটীত।

নগাঁৱত।

সকলোতে। হীন মনোবৃত্তি আৰু দেশৰ অকল্যাণ বিচৰা এচাম মানুহে এইবোৰত ইন্ধন যোগালে। কিন্তু যিহৰ বাবে এই জুই, এই আচৰণ, তাৰনো মূল কাৰণ কি ?

আকৌ ৰাজনীতি।

জুনৰ ২৩ তাৰিখ। ১৯৬০ চন।

অসমৰ মুখ্যমন্ত্ৰীয়ে শ্বিলঙৰপৰা ঘোষণা কৰে যে অচিৰেই অসমীয়া ভাষাক ৰাজ্যিক ভাষা হিচাপে স্বীকৃতি দিয়াৰ বিল আগন্তুক বিধানসভাৰ অধিৱেশনত উত্থাপন কৰা হ'ব। আৰু এই বিল অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ দুশ সত্তৰটা শব্দৰ প্ৰস্তাৱৰ ভিত্তিতেই কৰা হ'ব।

এই ঘোষণাৰ পিছতে আৰম্ভ হ'ল বিৰোধ। প্ৰতিবাদ আহিল অসমতে বাস কৰা এচাম বঙালীৰপৰা। সকলোৰেপৰা নহয়। এচাম এনে মানুহ আছে, যাৰ বাবে ৰাজনীতিৰ পাশাখেল ডাঙৰ কথা, পৰিসংখ্যা ডাঙৰ কথা, অদ্ভুত সপোন দেখাই যাৰ ধৰ্ম। আৰম্ভ হ'ল অসমীয়াৰ বিৰুদ্ধে বিভিন্ন প্ৰচাৰ, প্ৰতিবাদ। কাছাৰ, শিলচৰ, কৰিমগঞ্জ, শ্বিলং, লামডিং, নগাঁও, গুৱাহাটী সকলোতে।

সক্ৰিয় আন্দোলন গঢ়ি উঠিল।

এইবোৰত ইন্ধন যোগালে কলিকতীয়া কাগজৰ অপপ্ৰচাৰে। শ শ মাইল আঁতৰত থাকি এইবোৰ কাকতে অসম আৰু অসমীয়াৰ বিৰুদ্ধে বিষোদ্গাৰ উচ্চাৰণ কৰি গ'ল।

অথচ অসমৰ কাকতে-পত্ৰই তেতিয়াও এই আন্দোলনৰ প্ৰতিবাদ আৰু যুক্তিসন্মত কথাৰে দুই সম্প্ৰদায়ৰ মাজত থকা মিলা-প্ৰীতিক দোহাৰি নানা লেখা প্ৰকাশ পাইছিল। কেইবাপুৰুষ ধৰি অসমতে থকা বঙালী মানুহে নিজে সম্পাদকলৈ চিঠি লিখি এই আন্দোলনৰ বিৰুদ্ধে সুস্থ মতবাদ দাঙি ধৰিছিল।

কিন্তু ৰাজনীতি বৰ ভয়াবহ।

টোপনিত সপোন বৰ ভাল, পিছে মিছাকৈ টোপনিৰ ভাও জুৰি সপোন দেখা বুলি ক'লে, বহু কথা সাজি ক'বলগীয়া হয়। মূল কথাৰ আঁত ক'ৰবাতে হেৰাই যায়।

সেইটোৱে এই ক্ষেত্ৰত হৈছিল।

কলিকতীয়া কাকতৰ জঘন্য আৰু অশ্লীল অপপ্ৰচাৰ আৰু বিষোদ্গাৰত মৰা মানুহো সাৰ পোৱাৰ সম্ভাৱনা! সুস্থ মানুহে সেইবোৰ সহ্য কৰে কেনেকৈ? আদৰ্শ ভাল, পিছে নিজে পাপ কৰি আদৰ্শৰ দোহাই দিলে, পাপীতকৈও সেই আদৰ্শৰ বুলি শুনোৱা ব্যক্তিক অধম যেন লাগে।

আচৰিত এই বিৰোধ।

কোনো অখ্যাতনামা লেখকে অসমৰ মেখেলাক উপলুঙা কৰি অসমৰ নাৰীজাতিৰ হীন ছবি আঁকিলে। সেয়া বাস্তৱ নাছিল। সেয়াতো সাহিত্য নাছিলেই। কিন্তু বাস্তৱ আছিল এয়া। সাহিত্য হয়তো নহয়।

গুৱাহাটীৰ ঘটনা।

বহুদিন অসমীয়া পৰিয়াল এটিৰ ঘৰ ভাৰা কৰি থকা বঙালী পৰিয়াল এটি হঠাতে এদিন বয়-বস্তু বান্ধি যাবলৈ ওলাল কলিকতালৈ।

কিয়?

ভয় সোমাইছে।

মিচেচ্ বেনাৰ্জীয়ে ঘৰৰ গিৰিহঁতনী শ্ৰীমতী বৰুৱাক ক'লে: "বহুদিন কলিকতালৈ যোৱা নাই, গৈ আহোঁ।"

শ্ৰীমতী বৰুৱাই সন্দেহৰ সুৰত সুধিলে: "সেইটোৱে জানো যোৱাৰ প্ৰকৃত কাৰণ?"

মিচেচ্ বেনাৰ্জীয়ে ফাকি দিব নোৱাৰিলে। ক'লে, তেওঁলোকৰ ভয় সোমাইছে।

শ্ৰীমতী বৰুৱাই যুক্তি-তৰ্কেৰে বুজাব বিচাৰিলে যে ভয়ৰ কোনো কাৰণেই নাই। কিন্তু মিচেচ্ বেনাৰ্জীয়ে নেমানিলে।

যোৱাৰ আগদিনা শ্ৰীমতী বৰুৱাক মিচেচ্ বেনাৰ্জীয়ে সাৱটি ধৰি কৈছিল ঃ "ভুল নুবুজিব আমাক।"

ভুল কোনোৱে বুজা নাছিল।

যোৱাৰ দিনা বিষাদৰ ছাঁই গোটেই বৰুৱা পৰিয়ালটোকে আৱৰি ধৰিলে।

আটাইতকৈ বিপদ হৈছিল মিচেচ্ বেনাৰ্জীৰ ছবছৰীয়া ছোৱালী ৰিঙ্কু আৰু শ্ৰীমতী বৰুৱাৰ প্ৰায় একে বয়সৰ ছোৱালী বৰ্ণালীক লৈ। দুয়ো সদায় একেলগে খেলিছিল, এই আকস্মিক বিচ্ছেদ দুয়োৰো বাবে সহ্য নহৈছিল।

এয়াৰপ'ৰ্টলৈ যাবলৈ টেক্সি ৰৈ আছিল।

ইমান দিনে ভৰি থকা ঘৰটো হঠাতে এৰি দি যাবলৈ ওলোৱা মিচেচ্ বেনাৰ্জীয়ে নিজৰ চকুপানী ঢাকি ৰাখিব পৰা নাছিল। ৰৈ থকা গাড়ীত উঠিবলৈ গৈ হঠাতে দেখিলে ৰিঙ্কু নাই।

মিঃ বেনাৰ্জী বিচাৰি আহিল। কোনোবা এজনে ক'লে, "ৰিঙ্কুই শ্ৰীমতী বৰুৱাহঁতৰ ঘৰৰ ভিতৰ-চোতালত বৰ্ণালীৰ স'তে আছে।"

ৰিঙ্কু আছিল। বৰ্ণালীও আছিল।

ব্যস্ত হৈ দুয়ো পকাতে বহি কিবা কথাত ব্যস্ত। শ্ৰীমতী বৰুৱাই মাতিলে ঃ "ৰিঙ্কু আহা, মাহঁত ৰৈ আছে নহয়?"

খেলি থকা ৰিঙ্কুই মূৰ উঠাই মাক-দেউতাকক দেখি ক'লে ঃ "অক'মান ৰ'বা দেউতা, মোৰ ছোৱালীজনীৰ বিয়াখন বৰ্ণালীৰ ল'ৰাটোৰ লগত দি লওঁ। পিছততো আৰু সময় নেপাম।"

জোতাৰ বাকচ দুটাৰ মাজত আলফুলে শুৱাই থোৱা ৰঙীণ কাপোৰৰ টুকুৰাৰ পুতলা দৰা-কইনা দুটালৈ চাই শ্ৰীমতী বৰুৱাৰ চকু দুটা ভৰি আহিছিল।

শ্ৰীমতী বেনাৰ্জীও আহি তাত থিয় হৈছিল।

ৰিঙ্কু আৰু বৰ্ণালীয়ে নিৰ্বিকাৰভাৱে নিজৰ ভাষাত কথা পাতি

এটা সময়ত ৰিঙ্কুৰ ৰাকচৰ পুতলা কইনাজনীৰ তাত আহি বৰ্ণালীয়ে পুতলা দৰাটো শুৱাই থ'লে।

বৰ্ণালীয়ে ক'লে ঃ "মা—উৰুলি দিয়া।"

উৰুলি দিছিল মিচেচ্ বেনাৰ্জীয়ে, উৰুলি দিছিল শ্ৰীমতী বৰুৱাই।

উৰুলি দিছিল মিচেচ্ বেনাৰ্জীয়ে কৈছিল ঃ "ব'লা মা, বিয়াখন আৰু পৰম আত্মতৃপ্তিত হাঁহি ৰিঙ্কুৱে কৈছিল ঃ "ব'লা মা, বিয়াখন হৈ গ'ল।"

এইটো সজোৱা গল্প নহয়। কেনোবাই হয়তো ক'ব চেন্টিমেণ্টেল। ক্ষতি কি? জীৱনৰ সঁচা দিশৰ কথা ক'বলৈ চেন্টিমেণ্টক শ্ৰদ্ধা কৰাত আপত্তি কি? এই চেন্টিমেণ্টক ধৰি ৰাখিবলৈ কোনো মেগচাইচাই এৱাৰ্ড পোৱা লোকৰ প্ৰয়োজন নহয়। যি মাথোন ৰঙীণ বিতচকুৰে বিচাৰ কৰিবলৈ যায়, ইতিহাসক বিকৃত কৰি স্বকীয় ঐতিহাসিক দৰ্শনক প্ৰতিষ্ঠা কৰিবলৈ যায়।

এয়া ১৯৬০-ৰ অসম।

লামডিং।

একমাত্ৰ ছবিঘৰ এটাত অসমীয়া ছবি এখন চলি আছিল। হুলস্থূল কৰি ছবিখনৰ প্ৰদৰ্শন বন্ধ কৰি দিলে। পোষ্টাৰবোৰ ফালি পেলোৱা হ'ল। ছবিৰ নায়িকাৰ মুখত আল্‌কাতৰা সানি দিলে।

ছবিখনৰ নাম 'পূবেৰুণ'।

ফলা পোষ্টাৰৰ টুকুৰাত চাৰি অনাৰ বাদাম লৈ এই অভিযান সাৰ্থক কৰি তোলা মানুহখিনিয়ে যদি অলপ মনোযোগ দি চালেহেঁতেন, তেন্তে দেখিলেহেঁতেন, উক্ত ছবিৰ পৰিচালকজন বঙালী মানুহ। তেওঁৰ গুণক শ্ৰদ্ধা কৰি এই ছবি নিৰ্মাণৰ বাবে আমন্ত্ৰণ জনোৱা হৈছিল।

ৰাজনীতিৰ জুই বৰ মাৰাত্মক। বৰ ভয়াবহ।

নহ'লে অসমীয়া নিজৰ ঘৰতে ভগনীয়া হয় নে?

গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলৰ বিৰাট হলঘৰৰ ভিতৰলৈ ১৯৬০ চনৰ জুলাই মাহৰ আঠ তাৰিখে সোমাই গ'লে কি দেখিব?

শ শ অসমীয়া পৰিয়াল।

এইবোৰ মানুহ লামডিঙত আছিল। কোনো যুক্তি নোহোৱাকৈ তেওঁলোকৰ ঘৰ জ্বলাই দিয়া হৈছে। ৰৰপথাৰ ৰেল-ষ্টেশ্যনৰ প্লেটফৰ্মত এটা মণিপুৰী ল'ৰাক হত্যা কৰাৰ চেলু লৈ এইবোৰ অত্যাচাৰ।

এমহীয়া কেঁচুৱা লৈ স্কুলঘৰৰ একোণত কান্দি থকা মানুহজনীৰ ওচৰ চাপিছিলোঁ।

"কি হৈছে আপোনাৰ?"

কেঁচুৱাটোক বুকুৰ গাথীৰ একৰাই মানুহজনীয়ে কৈছিল: "ইয়াৰ-পৰা মোক যোৱাৰ বন্দৱস্ত এটা সোনকালে কৰাই দিয়ক। মোৰ এই পৰিৱেশ সহ্য হোৱা নাই।"

"কিয়?"

"মোৰ নিজৰ ঘৰতে মই আলহী যেন লাগিছে। লামডিঙত থকা আমাৰ খেৰী ৰেলৰে কোৱাৰ্টাৰটোও আমাৰ নিজৰ ঘৰ নাছিল সঁচা, পিছে সেইটো ঘৰ আমাৰেই আছিল। এতিয়া ঘৰ জ্বলাই দিয়াৰ পিছত এনেদৰে স্কুলঘৰ আদিত পৰি থাকিবলৈ নিজৰে লাজ লাগিছে।"

ঘৰ জ্বলি শেষ হোৱাৰ পিছতো এয়াই আছিল মেখেলা পিন্ধা ছোৱালীৰ আত্মমৰ্যাদাবোধ।

ইয়াত কোনো ব্যঙ্গ নাই। কোনো ৰহণ নাই।

বিদ্বেষ আৰু আত্ম-অহঙ্কাৰৰ কোবত গঙ্গাটোপ ওফন্দাদি ওফন্দি উঠা এচাম মানুহৰ নিজৰ ভুল বিচাৰ আৰু প্ৰতিফলনৰ জীয়া চিকাৰ হেজাৰ হেজাৰ নিৰপৰাধী মানুহ।

এইখন দেশৰ মূল চিন্তাধাৰাৰ ক্ষেত্ৰতে হয়তো কেৰোণ আছে। কাৰণ এনে সাম্প্ৰদায়িকতাৰ কোবত ভাৰতবৰ্ষ ক্ৰমাগত ছিন্ন-ভিন্ন হৈ গৈছে।

লামডিঙৰপৰা অহা অসমীয়া ভগনীয়াৰ মাজত কেইবাগৰাকীও বঙালী মাইকী মানুহো আছিল। তেওঁলোকৰো ঘৰ জ্বলিছে। তেওঁলোকৰো সা-সম্পত্তি নষ্ট হৈছে। কিন্তু স্কুলৰ অস্থায়ী নিৰাপত্তা-

মূলক ব্যৱস্থাত থকা এইচাম মানুহেতো অসহায় যেন অনুভৱ কৰা নাই। একেলগে আছে, একেলগে খাইছে।

থাকিবলৈ নিদি, অত্যাচাৰ নকৰিলে কিয় ?

খাবলৈ নিদি, খোৱা বস্তুত বিষ নিদিলে কিয় ?

মানুহৰ শুভবুদ্ধিৰ সকলো সময়তে মৃত্যু নহয়। হোৱাহেঁতেন পৃথিৱী কাহানিবাই ধ্বংস হৈ গ'লহেঁতেন, সুন্দৰতাৰ ঠাইত অসুন্দৰতাই দপ্‌দপালেহেঁতেন। তাৰ প্ৰমাণ ইতিহাসে দিয়ে। তাৰ প্ৰমাণ মানুহে দিয়ে।

নহ'লে কোনে ভাবিব পাৰে অসমীয়া-বঙালীৰ এই বিৰোধৰ মাজতে অসমীয়া-বঙালী গায়ক-গায়িকা একেলগে দলবান্ধি ওলাই, এইখন ৰাজ্যৰ সকলো ঠাইতে একেলগে বহি, গীত গাই মানুহৰ মনৰ মাজত ক্ৰমাগত হেৰাই যাব খোজা আত্মমৰ্যাদাবোধ আৰু আত্মবিশ্বাসক পুনৰুদ্ধাৰ কৰাৰ চেষ্টা চলোৱাৰ কথা। এই লুইতৰ পাৰত থিয় হৈয়ে সেই ভয়াবহ সময়ত এই লুইতৰ গীতিকাৰে চিঞৰি কৈছিল : "গঙ্গাৰ তলিত দেখিবা তুমি লুইতৰ পলসো আছে, তোমাৰ-মোৰ আয়ে কান্দিলে একে চকুপানী মচে।"

সঁচা, আমি মানুহে হে এইবোৰ বিভেদ, এইবোৰ ব্যৱহাৰিক, বৈষয়িক আৰু সামাজিক জটিলতাৰ সৃষ্টি কৰোঁ। ভগৱানে নকৰে।

জটিলতা আমি জীৱনৰ পদে-পদে সৃষ্টি কৰোঁ।

তাৰ উদাহৰণ এটা নহয় অসংখ্য আছে।

অসমীয়া-বঙালীৰ বিৰোধৰ ভয়াবহতা ৰঘুমলা বিয়পাদি বিয়পি পৰিছিল সমগ্ৰ দেশত। অথচ য'ত এই বিৰোধৰ সূত্ৰপাত সেইখন ৰাজ্যতে তাৰ ৰূপ আছিল বহুলাংশে শান্ত।

এবাৰ সন্দেহ সোমালে, সেই সন্দেহ সহজে নেযায়।

বিশ্বাসঘাতকতাৰ এটা নিজস্ব ৰূপ আছে। সিও তাৰ স্বৰূপত আত্মপ্ৰকাশ কৰে। বহুদিন একেলগে বসবাস কৰা এই দুটা জাতিৰ

মাজতো সন্দেহৰ বীজ সোমাই আহিছিল। পৰিস্থিতি আৰু পৰিৱেশে সেই সন্দেহ ক্ৰমাগত গভীৰ কৰি আনিছিল।

যিজনী অসমীয়া ছোৱালীয়ে একো নভবাকৈয়ে সুৰুচি আৰু সুন্দৰ বস্তু বুলি শাৰী এখন পিন্ধি সহজে ফুৰিছিল, সেইজনী ছোৱালীয়ে শাৰী পিন্ধি কলেজলৈ যাবলৈ ভয় কৰা হ'ল।

শাৰীৰ দোষ নাই, মানুহৰ মনৰ দোষ।

যিজন কলেজীয়া অসমীয়া ল'ৰাই ৰবীন্দ্ৰনাথ বা জীবনানন্দৰ শ্ৰেষ্ঠ কবিতাসমূহ অনৰ্গল আবৃত্তি কৰি আনন্দ পাইছিল, তেওঁৱো ইচ্ছাকৃত-ভাৱে তেনে কবিতা চৰ্চাৰপৰা নিৰত হ'ল।

কবিতাৰ দোষ নাই, মানুহৰ মনৰ দোষ।

মন কলুষিত হ'লে সকলো সম্ভৱ হয়।

সম্ভৱ হয় নিৰপৰাধী এজন মানুহক অসহায় অৱস্থাত ট্ৰেইনৰ কম্পাৰ্টমেণ্টৰপৰা টানি উলিয়াই হত্যা কৰাৰ।

সম্ভৱ হয় নহয়, হৈছিল।

৮ জুলাই ১৯৬০।

শিলিগুৰি ষ্টেশ্যনৰ প্লেটফৰ্ম।

বহু হেজাৰ মানুহ তাত গোটখাই আছিল আগৰেপৰা।

ট্ৰেইনৰ কম্পাৰ্টমেণ্টবোৰৰ দৰজা-খিৰিকীবোৰ বন্ধ আছিল। উন্মত্ত জনতাই নানান শ্ল'গানেৰে ঠাইখিনি মুখৰ কৰি তুলিছিল। শিলিগুৰিত সিদিনা অসম বিৰোধী হৰতাল।

ৰেল-বিভাগতে চাকৰি কৰা অসমীয়া কৰ্মচাৰী এজন। নাম সূৰ্য বৰা। কম্পাৰ্টমেণ্টৰে কোনোবা এজনে দৰজাখন খুলি নামি গ'ল। ট্ৰেইনখন তেতিয়া চলিবলৈ প্ৰায় আৰম্ভ কৰিছে।

এজাক মানুহ সোমাই গৈ এটা কোণত বহি থকা সূৰ্য বৰাক টানি উলিয়াই আনি নিৰ্দয়ভাৱে হত্যা কৰে।

দোষ কি ?

সূৰ্য বৰা এনে এটা সম্প্ৰদায়ৰ মানুহ, যাৰ স'তে বিৰোধ।

চাৰি দিন আগতে পুলিচৰ নিৰ্মম গুলীত গুৱাহাটীৰ হোষ্টেলৰ বাৰাণ্ডাত ওলাই পৰা ৰঙা তেজৰ চেকুৰা নৌশুকাওঁতেই আকৌ অসহায় এজন মানুহৰ তেজে শিলিগুৰি ষ্টেশ্যনৰ প্লেটফৰ্ম ৰঙা কৰিলে।

সেয়া এক ভয়াবহ দৃশ্য। প্লেটফৰ্মত পৰি থকা মৃতদেহৰ ক্ৰমাগত দুৰ্গন্ধ ওলাই আহিছিল। ৰেল-কৰ্তৃপক্ষ আছিল মৌন। শিলিগুৰিৰ পৌৰ কমিটিয়ে অৱশ্যে মৃতদেহ আকাশীযানেৰে পঠিওৱাৰ দিহা কৰিছিল। কিন্তু সেয়াও সম্ভৱ নহ'ল। যিখন আকাশীযানে মৃতদেহ আনিবলৈ উৰি গৈছিল, বতৰৰ বাবে সেই আকাশীযান বাগডোগৰা বিমানকোঠত অৱতৰণ কৰিব নোৱাৰিলে। গতিকেই ক্ৰমাগত উখহি অহা সেই দেহ কোনো আত্মীয়-স্বজনৰ অনুপস্থিতিত দাৰ্জিলিঙৰ মহকুমাধিপতিৰ আদেশত নীৰৱে শিলিগুৰিতে দাহ কৰা হয়।

ইফালে সূৰ্য বৰাৰ মৃতদেহ তেওঁৰ পৈত্ৰিক বাসস্থান জাগীৰ'ডলৈ নিবলৈ সকলো সাজু আছিল। কিন্তু সেই দেহ অসমৰ মাটি ছুবলৈ নেপালে।

এই মৃত্যুৰ বিৱৰণী পাবলৈ নাই।

কিন্তু সেই একেদিনাই এজন ৰাজনৈতিক নেতাই কোনোমতে প্ৰাণ নেহেৰুৱাকৈ জীৱন ৰক্ষা পোৱাৰ ভয়াবহ বিৱৰণ তেওঁৰ মুখতে শুনিবলৈ ভাল হ'ব। মানুহজন আছিল স্বৰ্গীয় হৰেশ্বৰ গোস্বামী। তেতিয়াৰ অসম বিধানসভাৰ বিৰোধীদলৰ দলপতি।

স্বৰ্গীয় গোস্বামীৰ এই বিৱৰণীয়ে প্ৰমাণ কৰিব, এই বিৰোধৰ গুৰিতে কেনেদৰে কিছুমান দুষ্ট বুদ্ধিৰ মানুহ হে কাম কৰিছে। সকলোৱে নহয়।

পুলিচে ইয়াতো গুলী চলাবলগীয়া হয়। দুজনৰ মৃত্যু হয়।

স্বৰ্গীয় গোস্বামীৰ দেহ শেষ কৰিব নোৱাৰি দুৰ্বৃত্তদলে শিলিগুৰি বজাৰলৈ গৈ বজাৰ লুট কৰে, জুই জ্বলাই দিয়ে, ৰেল-ষ্টেশ্যন ধ্বংস কৰে

আৰু নানান জঘন্য উন্মাদপ্ৰায় কাম কৰি যায়। শিলিগুৰিত যিবোৰ ঘৰ জ্বলিছিল সেইবোৰ বঙালী মানুহৰ, যি জ্বলাইছে সেইবোৰো বঙালী মানুহ! তাত ভাষাৰ বিৰোধ ক'ত?

স্বৰ্গীয় গোস্বামীয়ে কৈছিল: "মই মোৰ পত্নী, ল'ৰা, এম. কে. দাস আৰু এজন বঙালী মানুহ শ্ৰী আৰ. কে. নাগৰ স'তে প্ৰায় ৭-৪৫ মিনিটমানত শিলিগুৰি পাইছিলোঁ। ট্ৰেনৰপৰা নামি আমি মাল-বস্তুবোৰ গোটাইছিলোঁ, এনেতে বাৰজনমান মানুহ আহি মোৰ বিষয়ে খা-খবৰ সুধিলে। তেওঁলোকৰ লগত এজনী ছোৱালীও আছিল, যাৰ দেউতাকক অসমত হেনো বিচাৰি পোৱা নাই। শ্ৰী দাসে মোলৈ আঙুলিয়াই দিলে আৰু প্ৰায় লগে লগে দলটো মোৰ ফালে আগুৱাই আহি সুধিলে, অসমত যিবোৰ ঘটনা ঘটিছে তাৰ বাবে দায়ী কোন? মই তেওঁলোকক সুধিলোঁ এইবোৰ কথাৰ অৰ্থ কি? তেওঁলোকে ক'লে যে কলিকতীয়া কাগজলৈ মোৰ মুকলি চিঠিয়ে অসমত বঙালী বিৰোধী আন্দোলনৰ কাৰণ। এই সময়তে শ্ৰী নাগে মানুহখিনিক ক'লে ৰেটিংৰুমলৈ আহি এই বিষয়ে কথা পাতিলেই ভাল।

মানুহখিনিয়ে একো কথাই নুশুনিলে আৰু তাৰ সলনি শ্ৰী নাগে বাধা দিয়া বাবে তেওঁকে ধৰি মৰিয়াবলৈ আৰম্ভ কৰিলে। শ্ৰী নাগৰ কেইবাঠাইতো তেজ ওলায় আৰু মাৰৰ কোবত তেওঁ অজ্ঞান হৈ পৰে।

অকল শ্ৰী নাগকে নহয়, মানুহখিনিয়ে মোকো লগে লগে মৰিয়াবলৈ আৰম্ভ কৰে। মোৰ দেহৰ বিভিন্ন ঠাইত লাঠীৰে কোবাই যায়। এটা দাঁত মোৰ সৰি যায় আৰু এটা নষ্ট হয়। মোৰ চকু, নাক আৰু মুখতো আঘাত লাগে। মোৰ পত্নীয়ে বাধা দিবলৈ যত্ন কৰাত তেওঁকো দুৰ্বৃত্তইঁতে কোবায়। এটা ৰেলৰে প্ৰটেক্চন ফ'ৰ্চে আহি আমাক ৰক্ষা কৰে।......সমগ্ৰ নিশাটো আমাক পুলিচে গাৰ্ড দি ৰাখে।

ন তাৰিখে মই কলিকতালৈ যোৱাৰ কথা বাগডোগৰাৰপৰা। আমি ৰাতিপুৱা যাবলৈ যেতিয়া সাজু হৈছোঁ, প্ৰায় দুহেজাৰ মানুহ

শিলিগুৰি ৰেলৱে-ষ্টেশ্যনত গোট খাই দাবী কৰিলে যে মোক তেওঁলোকৰ হাতত এৰি দিব লাগে। মই ওলাই যোৱাৰ মন থাকিলেও আগদিনাৰ আঘাত আৰু সূৰ্য বৰাৰ মৃত্যুহে ভিতৰি ভিতৰি ভয় খুৱাই থৈছিল। অৱশ্যে পুলিচেও মই বাহিৰলৈ যোৱাটো বিচৰা নাছিল। এক বজাৰপৰা এঘাৰ বজালৈ এই সুদীৰ্ঘ সময়ছোৱা আমি ৰিটায়াৰিং ৰুমত আবদ্ধ হৈ আছিলোঁ। অৱশ্যে আমাৰ লগত আছিল শ্ৰীনিমাই দাসগুপ্ত যি আমাক নিৰ্ভয় দি ৰাখিছিল। মানুহখিনি যেতিয়া তেতিয়াও সেই ঠাই এৰি নোযোৱা দেখিলে, তেতিয়া পুলিচে লাঠী চাৰ্জ কৰে আৰু টিয়েৰ গেচ মাৰে।

ইতিমধ্যে বাহিৰত সমবেত মানুহৰ সংখ্যা দুহেজাৰ হৈছিলগৈ। জনতাই ৰেলৱে-ষ্টেশ্যনটোকে ধ্বংস কৰিবলৈ আৰম্ভ কৰি দিয়ে। উপায়হীন হৈ পুলিচে গুলী চলায়, য'ত তিনিজন মানুহ মৰে আৰু ১৩জন আহত হয়। এই ঘটনাই মোক বৰ দুখ দিয়ে কাৰণ মই কেতিয়াও বিচৰা নাছিলোঁ যে পুলিচে গুলী চলাওক, কিন্তু পুলিচৰ গুলীৰ অন্য প্ৰয়োজন আছিল, আমাৰ জীৱন ৰক্ষাৰ বাবে।...ৰাতিপুৱা ন বজাৰপৰা আবেলি তিনি বজালৈ আমি মৃত্যু-গহ্বৰত থকা যেন লাগিছিল, যেন যি কোনো মুহূৰ্তত মৃত্যুৰ পিশাচী হাতে আহি আমাক সাৱটি ল'বহি।

ইতিমধ্যে মিলিটাৰীৰ স্পেশ্যিয়েল ট্ৰেইন এখন আহি শিলিগুৰি পাইছিলহি। তেওঁলোকৰ সাহায্যত সেই পৰিস্থিতি আয়ত্তাধীনলৈ আহে। মিলিটাৰীৰ গাড়ীত আমি বাগডোগৰালৈ আবেলি হে যাবলৈ সমৰ্থ হওঁ। বাটতে দুৰ্বৃত্তদলে ৰাস্তা বন্ধ কৰি আক্ৰমণৰ আঁচনি পাতিছিল, কিন্তু সফল নহ'ল।”

এয়া এজন মানুহৰ উক্তি। কিয়, স্বৰ্গীয় গোস্বামীৰ লগত থকা মানুহজন শ্ৰী আৰ. কে. নাগ দেখোন বঙালী মানুহ? ৰেল-ষ্টেশ্যনৰ মৃত্যু-চেম্বাৰ সদৃশ সেই শঙ্কামিহলি মুহূৰ্তকেইটিত সাহস যোগোৱা মানুহজনো দেখোন বঙালী মানুহ, নাম শ্ৰীনিমাই দাসগুপ্ত।

কিয়—এইবোৰ মানুহৰ মাজত বেয়া কথা, বেয়া ভাবনাৰ বীজ নাই নে ? এইবোৰ মানুহে জানো বিবেকানন্দক নেজানে ? চৈতন্যদেৱক নেজানে ? ৰবীন্দ্ৰনাথক নেজানে ? জানে নিশ্চয়, কিন্তু যুক্তি-বিবেচনা আৰু শুভ-বুদ্ধিৰ দ্বাৰা প্ৰণোদিত এনে মানুহৰ সংখ্যা নগণ্য বুলি ক'ব নোৱাৰি, আছে। কিন্তু সময় বুজি অভিনয় কৰি যোৱা মানুহৰ সংখ্যাই বেছি।

অসমত চৈধ্যপুৰুষ থাকি যোৱা বঙালী মানুহে এতিয়াও শঙ্কৰদেৱৰ নাম শুনা নাই, লক্ষ্মীনাথ বেজবৰুৱাই কি কৰে বুলি সোধে, শিৱদৌল ঔৰঙ্গজেৱে সজোৱা বুলি ভাবে, অসমীয়া কলা-সংস্কৃতি, সামাজিক জীৱন একোৰে সৈ'তে মিলিব নোৱাৰে। অথচ সচেতন অসমীয়া ল'ৰা এটাই 'আলালেৰ ঘৰেৰ দুলাল' কোনে লিখিছিল, বঙ্কিমচন্দ্ৰৰ 'কমলাকান্তেৰ দপ্তৰ'ৰ মাজত অন্তৰ্নিহিত সামাজিক ব্যঙ্গৰ ব্যাখ্যা বা সুকান্ত ভট্টাচাৰ্যৰ শেহতীয়া কাব্যগ্ৰন্থৰ পৰিচয় দিব পাৰে। অহঙ্কাৰৰ কথা নহয়, জ্ঞান আহৰণৰ হাবিয়াস সকলোৰে থাকে, জ্ঞানৰতো ভাষা নাই, সৌন্দৰ্যৰতো ভাষা নাই, ৰসবোধৰ জানো ভাষা থাকে ? তেন্তে দোষ কাৰ ?

অসমত এই কাৰণেই জুই বেছিকৈ জ্বলিছিল। বহুদিনৰ পুঞ্জীভূত বেদনা আৰু বিদ্বেষৰ উদ্গীৰণ প্ৰকাশ পাইছিল এই জুইত।

আমাৰো দোষ আছে। আমাৰো আত্মবিশ্লেষণৰ বহু কথা আছে, যিটো আমি নকৰোঁ। এদিন বিপ্লৱ কৰি, এদিন জুই জ্বলাই আমি নিশ্চিন্তমনে সেই জুইৰ উত্তাপ মাৰ নৌযাওঁতেই হাত-ভৰি কোঁচাই শুবলৈ আৰম্ভ কৰি দিওঁ। ভাব হয়, 'আমি চব কৰিলোঁ। জয়লাভ আমাৰেই হ'ল !' হ'ল জানো ?

কিন্তু সেই কথা থ'ক।

মই এইবোৰ পাতনি মেলাৰ কাৰণ আছে।

আমি সাধাৰণ লেখক। ৰাজনীতিৰ এইবোৰ মেৰপাকত

সোমোৱাৰ ইচ্ছা নাই। মাথোন নিৰপেক্ষভাৱে এই বিৰোধৰ মূল কথা বিচাৰ আৰু বিশ্লেষণ কৰাৰ পণ এটা আছে বাবেই পুৰণি কথাৰ আজি আকৌ ৰোমন্থন কৰিছোঁ।

আমাৰ বাবে ৰাজনীতিৰ মূল্য নাই। অনুভূতিৰ হে মূল্য আছে। আৰু এই দুই সম্প্ৰদায়ৰ বিৰোধৰ বাবে কোন দোষী, কোন নিৰ্দোষী সেইটো আমাৰ বাবে বৰ ডাঙৰ কথা নহয়। আটাইতকৈ ডাঙৰ কথা হ'ল মানুহৰ চিৰন্তন অনুভূতি আৰু আৱেগক কোনো ৰহণ নসনাকৈ এই বিৰোধে সকলো সময়তে নষ্ট কৰিছিল নে? যিকুৰা জুই গুৱাহাটীৰ কোনো কলেজৰ ছাত্ৰাবাসৰ বাৰাণ্ডাত জ্বলি উঠিছিল অথবা যিকুৰা জুই শিলিগুৰিৰ প্লেটফৰ্মত জ্বলাইছিল, তাৰ•প্ৰত্যক্ষ শক্তিয়ে আমাক কিবা দিলে নে?

বিৰোধৰ বাবে দুই শক্তিৰ সংঘৰ্ষ হয়।

এপাট তাল নেবাজে।

বজালেও তাৰ শব্দ বৰ বিকট হয়। কিন্তু দুয়োপাট তাল বজোৱাৰ এটা ভাৰসাম্যৰো আৱশ্যক আছে।

অসমত তথাকথিত ভাষা আন্দোলনে প্ৰত্যক্ষভাৱে কি দিলে সেইটো বৰ ডাঙৰ কথা নহয়; হয়তো এসময়ৰ অসমৰ ৰাজনৈতিক তথা সামাজিক বুৰঞ্জী ৰচোঁতা বিশেষজ্ঞই এই আন্দোলনৰ পটভূমিত বিজ্ঞানসন্মত যুক্তিৰে নানান নতুন ৰহস্য, সামাজিক ব্যাখ্যা দিব পাৰিব।

কিন্তু সেয়া এই সমস্যাৰ মাত্ৰ এখন ছবি।

আৰু এখন ছবি আছে, যি ছবি ইতিহাসত লিপিৱদ্ধ নহয়, যি ছবিৰ ৰূপ আৰু গভীৰতা অনুধাৱন কৰিবলৈ কোনো ইতিহাসবিদ আগ্ৰহান্বিত নহয় বা হ'লেও তাৰ আনুভূতিক আৰু মানৱীয় মূল্য বহু সময়ত উলাই কৰি যোৱাৰ সম্ভাৱনা।

প্ৰত্যক্ষদৰ্শী হিচাপে এই ভাষা আন্দোলনৰ জুইৰ উত্তাপৰ অভিজ্ঞতা আমাৰো আছে। আমাৰ চকুৱেও ভুল দেখা নাছিল,

যেতিয়া কলেজৰ পুৰণিকলীয়া লোৰ যাঠিসদৃশ ফেন্সিঙৰ ওপৰত বন্দুক থৈ কোনোবা শান্তিৰক্ষকৰ গুলী এটাৰ পিছত এটাকৈ উফৰি গৈছিল। গুলী ক'ত লাগিছিল, কাৰ গাত লাগিছিল সেয়া নেজানো। মাথোন জানিছিলোঁ, কোনোবা এজনৰ মৃত্যু হৈছে।

অস্বাভাৱিক মৃত্যু।

গতিকেই সন্দেহ। গতিকেই প্ৰতিবাদ। গতিকেই আন্দোলন।

এই আন্দোলন এদিনৰ ঘটনা নহয়।

বহুদিন, বহু মাহ, বহু বছৰৰ পুঞ্জীভূত উপেক্ষিত বেদনাৰ এয়া জ্বলন্ত প্ৰকাশ। অথচ ইয়াৰ যুক্তিসঙ্গত কাৰণ ব্যাখ্যাৰ চেষ্টা আজিও নচলিল। আজিও কোনো ৰাজনীতিবিদ, কোনো সমাজ-সচেতন ব্যক্তি অথবা কোনো ঐতিহাসিকে এই আন্দোলন, এই বিক্ষোভৰ বিচাৰৰ চেষ্টা নচলালে।

এবাৰ ভুল কৰিলে আৰু এটা ভুল কৰাৰ সম্ভাৱনা নথকা নহয়।

আৰু এই ভুল কেতিয়াবা বহুলাংশে বাহিৰৰ বিভিন্ন প্ৰতিক্ৰিয়াশীল শক্তিৰপৰা হয়।

মানুহ হিচাপে এই দুটা সম্প্ৰদায়ৰ এই বিৰোধে কি কৰিলে?

কিছুমান তিক্ততা আৰু অহেতুক সন্দেহৰ বীজ ছটিয়াই গ'ল।

তাৰ বাবে প্ৰকৃত দোষী কোন তাৰ আজিকোপতি বিচাৰ নচলিল।

নচলিল আত্মবিশ্লেষণ আৰু আত্মজিজ্ঞাসা।

নহ'লেনো দেখদেখকৈ গুলীয়াই মৰা ল'ৰা এটাৰ ন্যায়িক তদন্তও মাত্ৰ কাগজ-কলমৰে বস্তু হয় নে?

শুনা যায়, পুলিচৰ গুলীত নিহত হোৱা ৰঞ্জিত বৰপূজাৰীৰ স্মৃতিৰক্ষাৰ বাবে কলেজৰ দুই নম্বৰ ছাত্ৰাবাসৰ ছাত্ৰসৱে ছাত্ৰাবাসৰ সমুখতে এটা স্মৃতিস্তম্ভ সজাই এখনি মাৰ্বলপাথৰৰ ফলিত লিখা কথাখিনি লৈও বাক্-বিতণ্ডা হৈছিল।

গুলী খাই যেন ৰঞ্জিত বৰপূজাৰীৰ মৃত্যু হে হোৱা নাই!

তাতো ঠেক দৃষ্টিভঙ্গীৰ প্ৰকাশ!

'পুলিচৰ হাতত নিহত' এই কথাকেইটিৰ ওপৰত ৰং সানিবলগীয়া অৱস্থা! ক'তা, কোনোৱেতো প্ৰতিবাদ নকৰিলে? বিক্ষোভ নহ'ল? আমাৰ সচেতনতাও মাত্ৰ সেইখিনিয়ে নেকি?

শিৱসাগৰীয়া সেই কোমল ল'ৰাটোৰ মূৰৰ তেজখিনিৰ ৰং দেখিছিলোঁ মই। বৰ ৰঙা—বৰ ৰঙা তাৰ ৰং। তলমূৰকৈ পৰি থকা সেইটো প্ৰাণহীন দেহৰ ৰূপ নেচালে অনুভৱ কৰিব নোৱাৰি। চালে জুই জ্বলোৱাৰ প্ৰবৃত্তি হ'বই।

কিন্তু সেইকথা আৰু নহয়।

মোৰ ক'বলগীয়াখিনি কৈ যাওঁ।

ভাষা আন্দোলনৰ মাজত মই দেখা মানৱতা আৰু মানুহৰ শুভ-বুদ্ধিৰ নতুন এক ৰূপ।

মই আগতে কৈছোঁ সকলো মানুহ বেয়া নহয়, যিদৰে সকলো মানুহ ভালো নহয়। অসমীয়া-বঙালীৰ মাজত ভাল মানুহ যিদৰে আছে, বেয়া মানুহো আছে। ভাল-বেয়াৰ প্ৰশ্ন, দোষী-নিৰ্দোষীৰ প্ৰশ্ন মুখ্য নহয়, মুখ্য কথা হৈছে সকলো সময়তে মানুহৰ মনৰ মাজত অন্তৰ্নিহিত সঁচা মানৱতা, সঁচা ভালপোৱা, সঁচা সহানুভূতিৰ মৃত্যু হৈছে নে?

মই ভাবোঁ, নাই হোৱা।

হোৱাহেঁতেন আমি একেলগে আকৌ কান্ধত হাত থৈ হাঁহিব নোৱাৰিলোহেঁতেন।

উনৈশ শ ষাঠিৰ মই অসমৰ বঙালী দেখিছোঁ।

লামডিঙৰ দেখিছোঁ।

গুৱাহাটীৰ দেখিছোঁ।

গোৰেশ্বৰৰ দেখিছোঁ।

কোনে কয় তেওঁলোকৰ ঘৰ জ্বলোৱা নাই, বয়-বস্তু লুটি নিয়া নাই। জ্বলাইছে, নিছে।

কিন্তু কোনে?

আপুনি গোৰেশ্বৰৰ বঙালীজনক সোধক, তেওঁ ক'ব ঃ 'জ্বলোৱা মানুহখিনি কিন্তু মই চিনি নেপাওঁ। আমাৰ গাঁৱৰ মানুহ নহয়।'

সমাজবিৰোধী এচাম মানুহৰ কাৰ্য-কলাপৰ বাবে এটা জাতি বা এখন দেশে কলঙ্কৰ বোজা মূৰ পাতি ল'ব কিয়? কিন্তু আজি তাকেই ল'বলগীয়া হৈছে। তেনে উদাহৰণ এটা নহয়, অসংখ্য আছে। আৰু মাত্ৰ এইখন ৰাজ্যতে নহয়, ভাৰতৰ প্ৰত্যেকখন ৰাজ্যত, প্ৰতিখন ঠাইত। তাৰ প্ৰভাৱটো এতিয়াও শেষ হোৱা নাই।

১৯৬০-ৰ অসমৰ বহু ভুল ছবি, বহু বেয়া ছবি বিভিন্ন মানুহে বিভিন্ন মাধ্যমত আঁকিছে। তাৰ প্ৰমাণ ভূৰি ভূৰি আছে। আৰু সেইবোৰ ছবি বহু খ্যাতনামা, বহু অখ্যাতনামা মানুহে আঁকিছে। সাংবাদিকসৱৰতো কথাই নাই, 'গৰম' খবৰ দিয়াৰ উত্তেজনাত নিজে জুইৰ গৰম লৈ শঙ্কিত হৈ পৰাৰ উপক্ৰম!

ময়ো দেখিছোঁ এখন ছবি। দেখা ঠিক নহয়, ময়ো শুনিছিলোঁ এখন ছবিৰ বৰ্ণনা। এই ছবিৰ ৰং নিৰ্ভেজাল, এই ছবিত কোনো কলুষতা নাই, এই ছবিত ইচ্ছাকৃতভাৱে কোনো এটা সম্প্ৰদায়ক হীন কৰাৰ চেষ্টা নাই।

আৰু এই ছবিয়ে কাৰো অনিষ্ট নকৰে ঠিকেই, কিন্তু এটা কাম কৰিব। আমি সদায় গতানুগতিকভাৱে ভাবি অহা চিন্তাধাৰা আৰু দৃষ্টিভঙ্গীৰ পৰিৱৰ্তন কৰাব। আমি সদায় হীৰা বুলি ভাবি অহা বস্তুও কেতিয়াবা কাচ হ'ব পাৰে আৰু কাচৰ মাজতো সঁচা হীৰাৰ ৰূপ লুকাই থাকিব পাৰে। সেইটো আকৌ নতুনকৈ দেখুৱাব।

মোৰ ইচ্ছা হৈছে সেই ছবিখন অঁকাৰ।

আগতেই কৈছোঁ, সঙ্কীৰ্ণ ৰাজনীতিক বেয়া পোৱা মানুহ মই। মানুহৰ মনৰ জগতৰ দুৱাৰখনেৰে আহ্-যাহ্ কৰিয়ে মোৰ আনন্দ।

কাৰোবাৰ অন্তৰৰ নিভৃততম মনৰ কথা, হওকনা সেয়া অতীৱ সুখৰ অথবা সীমাহীন দুখৰ—তাতেই মোৰ আনন্দ। কাৰোবাৰ মনৰ ভাবানুভূতিৰ বিভিন্ন কথাৰ সামান্যতম যদি স্পৰ্শ মই পাওঁ, সেয়াই মোৰ বাবে এক অজান অভিজ্ঞতা আৰু জ্ঞানৰ দুৱাৰ মুকলি কৰি দিয়া বুলি নম্ৰতাৰে মই অনুভৱ কৰোঁ।

এয়াও এক অভিজ্ঞতা।

নতুন অভিজ্ঞতা মোৰ বাবে।

মানুহৰ ওচৰ নচপাকৈ, আমি সদায় একেটিহঁত বিৰূপ ধাৰণা বহু সময়ত কৰি বহি থাকোঁ। তাৰ পিছত ক্ৰমাগত যেতিয়া ওচৰ চপা যায়, মনৰ ভাবৰ আদান-প্ৰদান কৰা যায়, তেতিয়া হে অন্য এক ৰূপ, অন্য এখন ছবি ধীৰে ধীৰে আমাৰ মনৰ জগতত প্ৰতিভাত হৈ উঠে।

এয়া যাঠিৰ গোৰেশ্বৰৰ কথা নহয়।

যাঠিৰ লামডিং, গুৱাহাটী বা শিৱসাগৰৰ কথা নহয়।

এয়া ১৯৬০-ৰ জুলাই মাহৰ কলিকতা।

ভাষা আন্দোলনত ক্ষত-বিক্ষত সীমামূৰীয়া ৰাজ্যখনৰ অশান্ত অৱস্থাৰ পৰিপ্ৰেক্ষিতত উত্তপ্ত চহৰ কলিকতাৰ কাহিনী।

কলিকতা।

যিমানেই নেহৰুৱে নকওক 'উশাহ বন্ধ হৈ যোৱা চহৰ' কলিকতা বুলি, এই চহৰৰ নিজস্ব সৌন্দৰ্য আছে। বিভিন্নজনৰ দৃষ্টিত সেয়া হয়তো বিভিন্ন ধৰণে ধৰা দিছে। মোৰে চকুত তাৰ অন্য এক ৰূপ আছে।

কিন্তু সেই কথা থাওক, আচল কথালৈ আহোঁ।

মই এটা কাহিনী ক'ব খুজিছোঁ, যাৰ বাবে ইমানখিনি কথা পাগুলিয়াবলগীয়া হ'ল। দোষ মোৰ নহয়, দোষ সেই সময়ৰ পৰিস্থিতিৰ।

এইটো কাহিনী কোৱাৰ বাবেই আচলতে মই কলম হাতত লৈছিলোঁ।

কিন্তু থমকি ৰ'বলগীয়া হ'ল।

কাৰণ, যি পটভূমিত এই কাহিনীৰ সূত্ৰপাত, সেই পটভূমিৰ আভাস নিদিয়াকৈ মই মোৰ কাহিনী আৰম্ভ কৰোঁ কেনেকৈ? গতিকেই এই কথাৰ অৱতাৰণা। পিছলৈ উভতি চোৱাৰ প্ৰয়াস, বিকৃত নকৰাকৈ ঘটনাক ঘটনা হিচাপে ৰূপ দিয়াৰ চেষ্টা।

প্ৰথমেই এটা কথা কৈ থোৱা ভাল হ'ব, মোৰ এই কাহিনীত বৰ্ণিত ব্যক্তিজনাই নিজেও তেওঁৰ এই অদ্ভুত অভিজ্ঞতাৰ কথা হয়তো লিপিৱদ্ধ কৰিব পাৰিলেহেঁতেন। অথবা তেওঁৰ অভিজ্ঞতাৰ এই অনুপম কাহিনী কাকো নকৈ নিজে হজম কৰি থ'বও পাৰিলেহেঁতেন।

দুয়োটা কামেই তেওঁ কৰা নাই!

বৰং পৰিৱেশ আৰু পৰিস্থিতিৰ চিকাৰ উক্ত ব্যক্তিয়ে এই অভিজ্ঞতাক বিভিন্ন দিশৰপৰা যুকিয়াই চাই বহুত্বাৰ নিজৰ মনতে সেই প্ৰশ্ন কৰি, এই সিদ্ধান্তলৈ আহিছে যে তেওঁৰ এই অভিজ্ঞতাৰ এনে এটা পৰিণতি আছে, যাৰ প্ৰত্যক্ষ ফল হ'ল মানুহৰ সকলো তিক্ততা আৰু বিদ্বেষৰ মাজতো প্ৰকৃত মানৱতাবোধৰ কেতিয়াও মৃত্যু নহয়।

বৰ সুন্দৰ এই অভিজ্ঞতা।

মোৰ কাহিনীৰ নায়ক অৰিন্দম বৰুৱাৰ অভিজ্ঞতা।

অৰিন্দম বৰুৱাৰ জীৱনৰ এটা দিনৰ ৰোমাঞ্চকৰ এই কাহিনী শুনিবলৈ আমি উভতি যাব লাগিব কলিকতালৈ।

১৯৬০ চনৰ ৮ জুলাইৰ কলিকতা।

যিদিনা ৰাতিপুৱা শিলিগুৰিত নিৰ্মমভাৱে হত্যা কৰা হয় সূৰ্য বৰাক। যিদিনা বিদ্বেষৰ জুয়ে সমগ্ৰ অসমৰ লগতে বঙ্গদেশতো

বিভিন্ন ঠাইত বিক্ষোভে দেখা দিয়ে। বৰ ভয়াবহ, বৰ ৰক্তাক্ত সেই-দিনৰ স্মৃতি।

অৰিন্দম বৰুৱাৰ মুখত মই তেওঁৰ এই কাহিনী অবাক হৈ শুনিছিলোঁ। বহু সময় আমি এই বিষয়ে কথা পাতিছিলোঁ। অসমত সেইকেইটা দিনৰ ভয়াবহ পৰিস্থিতিৰ পটভূমিত আমি দুয়ো এই সমস্যাটোকে চালি-জাৰি চোৱাৰ চেষ্টা কৰিছিলোঁ। তাৰ মাজত কোনো পক্ষপাতিত্বৰ দোষ নাছিল। অসমৰ বিভিন্ন ঠাইৰ কথা কৈ যাওঁতে অৰিন্দম বৰুৱাই নিজে ভাবাবেগত কৈ উঠিছিল ঃ 'জুইকুৰা জ্বলিছিল ঠিকেই, পিছে এই জুই আমাৰ জাতিটোৰ সকলো ক্ষেত্ৰতে জ্বলাহেঁতেন, আমাৰ আজি এই অৱস্থা নহয়।'

জুই একুৰা জ্বলিছিল।

জ্বলিছিল নহয়, জ্বলাইছিল।

কলিকতা ১৯৬০।

কিন্তু তাৰ আগতে অৰিন্দম বৰুৱাৰ কথা কৈ লওঁ। মোৰ এই কাহিনীৰ যি কেন্দ্ৰস্থ বিন্দু।

অৰিন্দম বৰুৱা।

পৃথিৱীত এনে কিছুমান মানুহ আছে, যাৰ বাবে জীৱনৰ মূল্যায়ন স্বকীয় কৰ্মধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। আনৰ কৃপা, আনৰ দয়াৰ অজুহাত লৈ যি কেতিয়াও জীয়াই থাকিবলৈ নিবিচাৰে আৰু যাৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ যাদুকৰী গুণৰ ওপৰত নিজৰ অগাধ বিশ্বাস থকা হেতুকে তাৰ বিকাশৰ বাবে বহল পটভূমি আৰু পৰিৱেশ বিচাৰি উদ্বাউল হৈ পৰে।

অৰিন্দম বৰুৱাও তেনে এজন মানুহ।

জীৱনত যি মাথোন নিজৰ বিশ্বাস আৰু চিন্তাধাৰাৰে পৰিচালিত হৈ নিজৰ এখন স্বকীয়া জগতত বাস কৰিছিল।

সেইখন জগতৰ ব্যৱহাৰিক দৃষ্টিত কোনো মূল্য নাই, কিন্তু সকলো

মানুহেইতো মাথোন টকা-পইচা, যশস্যা আৰু থ্ৰিলহীন এটা জীৱন যাপনৰ পক্ষপাতী নহয়। অৱশ্যে শক্তিৰ অপচয় বেয়া, কিন্তু শক্তিৰ সুস্থানত প্ৰয়োগৰ দ্বাৰা জীৱনক বাৰে বাৰে সংঘৰ্ষ আৰু বিৰোধৰ মাজত ঠেলি পঠিয়াই জীৱনক পৰিপূৰ্ণভাৱে উপভোগ কৰিব পাৰি।

অৰিন্দম বৰুৱা সেই শ্ৰেণীৰ মানুহ।

সৰুৰেপৰা অত্যন্ত প্ৰতিভা আৰু বুদ্ধি থকা অৰিন্দম বৰুৱাই যি সময়ত জন্মগ্ৰহণ কৰি যি পৰিৱেশত ডাঙৰ-দীঘল হৈছিল, যি পটভূমিত থাকি যিবোৰ মানুহৰ সান্নিধ্য আৰু প্ৰত্যক্ষ যোগাযোগৰ দ্বাৰা নিজৰ সৃষ্টিকাৰী কোমল মনৰ দিগন্ত প্ৰসাৰ কৰাৰ সুযোগ পাইছিল, সেইচাম মানুহৰ অসমৰ জাতীয় আৰু সাংস্কৃতিক জীৱনত অৱদান অপৰিসীম। অৰিন্দম বৰুৱাই এইবোৰ মানুহৰ মাজত থাকি, নিজৰ সুপ্ত প্ৰতিভাৰ উপযুক্ত প্ৰকাশৰ মাধ্যম বিচাৰি পাইছিল।

অৰিন্দম বৰুৱাৰ বয়স যেতিয়া তেৰ, তেতিয়া এদিন তেজপুৰৰ বাণ ৰঙ্গমঞ্চৰ ভিতৰত এখন নাটৰ আখৰা চলি আছিল। নাটৰ ৰচনা-পৰিচালনা আছিল এজন যশস্বী শিল্পীৰ। উক্ত শিল্পীয়ে নিজে নাট পৰিচালনা কৰাৰ উপৰিও নাটৰ সঙ্গীতাংশও ৰূপায়িত কৰিছিল। অৰ্গেনত বহি শিল্পীয়ে গীতৰ সুৰ এটা গুণ্‌গুণাই অৰ্গেনত তুলিবলৈ যত্ন কৰিছিল। এনেতে তেওঁ দেখিছিল উয়িংচৰ কাষত থিয় হৈ ল'ৰা এটাই একান্তমনে তেওঁৰ মুখলৈ চাই আছে।

সুৰটো অৰ্গেনত তুলি তেওঁ অন্য কামত ভিতৰলৈ গ'ল।

আখৰাৰ কাম।

এনেতে তেওঁ শুনিবলৈ পালে কোনোবাই তেওঁ বজোৱা গীতৰ সুৰটোকে অৰ্গেনত হুবহু বজাইছে। দৌৰি আহি দেখিছিল সেই উয়িংচৰ ওচৰত থিয় হৈ তেওঁলৈ চাই ৰোৱা ল'ৰাটোৱে আপোনমনে অৰ্গেনৰ ৰীড্‌বোৰত হাত বুলাই গৈছে। সাৱটি ধৰিছিল ল'ৰাটোক।

অকল সেইজন মানুহেই নহয়, সেইটো ল'ৰাক কালক্ৰমত সমগ্ৰ অসমে সাৱটি লৈছিল।

অৰিন্দম বৰুৱাই এদিন নিজে নিজৰ পৰিকল্পিত পথ বাছি ল'লে। অসমীয়া বোলছবিৰ, সঙ্গীত, সংস্কৃতি, সাহিত্য সকলোতে অৰিন্দম বৰুৱাই তেওঁৰ নিজৰ গুণেৰে বিবিধ বৰঙণি দি গ'ল। খুব কম বয়সতে যেতিয়া খ্যাতি আৰু জনসাধাৰণৰ মৰমৰ মাজত লেতু-সেতু খাই অৰিন্দম বৰুৱা জাকত-জিলিকা হৈ পৰিছিল, তেতিয়া অকস্মাৎ অৰিন্দম বৰুৱাই বিদেশলৈ গুচি গ'ল পঢ়িবলৈ।

তাতো শান্তি নাই।

নিউয়ৰ্কৰ ব্যস্ত আৰু গতিশীল জীৱনযাত্ৰাৰ মাজতো অৰিন্দম বৰুৱাৰ মনে কান্দিছিল অসমলৈ। তাৰেপৰা ঘৰুৱা চিঠিত লিখিছিল : 'পৃথিৱীখন বৰ সৰু যেন লাগে। ইয়ালৈ আহিও মোৰ অসমখনৰ কথা মই পাহৰিব পৰা নাই। বহু মানুহ, বহু বিচিত্ৰ জীৱনৰ সান্নিধ্যলৈ আহি মোৰ ভাব হৈছে আজি পৰস্পৰে পৰস্পৰৰ কিমান ওচৰ। পৃথিৱীখন আচলতে বৰ সৰু, এইকথা বেছিকৈ অনুভৱ কৰা যায়, যেতিয়া বিভিন্ন মানুহৰ সংস্পৰ্শলৈ অহা যায়।'

আগতে কৈছোঁ অৰিন্দম বৰুৱা অদ্ভুত মানুহ। মনৰ জগতত নিত্য নতুন ভাবনাৰ হেন্দোলনি।

কোনোবা এখন বিখ্যাত বিশ্ববিদ্যালয়ত বৰ সুন্দৰ বিষয়-বস্তু এটালৈ গৱেষণা কৰি যোৱা অৰিন্দম বৰুৱাই এদিন দেখিলে, মাথোন কিতাপৰ পাততে জ্ঞানৰ মুকুতা লুকাই নেথাকে। কিতাপৰ জ্ঞানে এটা নিৰ্দিষ্ট পৰিধিৰ মাজত মানুহৰ মানসিক উৎকৰ্ষ সাধনত বৰঙণি যোগায়। তাতকৈ বেছি আৰু একো নহয়।

গতিকে জীৱনৰ প্ৰকৃত অভিজ্ঞতা লভিবলৈ তেওঁ বলিয়াৰ দৰে ঘূৰিলে। অজস্ৰ খ্যাত-অখ্যাত মানুহৰ ওচৰ চাপিল, বিশ্ববিখ্যাত মনীষীৰপৰা কাৰখানাত কাম কৰা বনুৱা, সুখ্যাত সঙ্গীতজ্ঞজনাৰপৰা আৰম্ভ কৰি নিগ্ৰো বস্তি-অঞ্চলৰ সাধাৰণ মানুহৰ অন্তৰ্বেদনা, টকাৰ ওপৰত বহি থকা ব্যৱসায়ীৰপৰা আৰম্ভ কৰি সাধাৰণ কচাইটোলৈ। এই সকলোবোৰৰ লগত অৰিন্দম বৰুৱাই হাত মিলালে। মানৱ-

সমাজৰ এই বহল সাগৰখনত সাঁতুৰি সাঁতুৰি কোনো দিন ক্লান্ত নোহোৱা অৰিন্দম বৰুৱাই এনেদৰে 'জীৱনক আকৌ নতুনকৈ আৱিষ্কাৰ কৰিলে।

'এণ্ড আই চ এ নিউ হেভেন্ এণ্ড এ নিউ আৰ্থ।'

নতুন পৃথিৱীৰ নতুন ৰহস্য আৱিষ্কাৰৰ আনন্দত অৰিন্দম বৰুৱা উদ্বাউল হৈ উঠিল।

মনৰ জগতৰ সেই বহল দুৱাৰেদি সোমাই অহা নতুন বতাহত নতুনকৈ জীপ খাই উঠিল অৰিন্দম বৰুৱাৰ ব্যৱহাৰিক জীৱন।

আৰু—এদিন, শিক্ষা শেষ কৰি, খ্যাতিৰ বোজা কঢ়িয়াই নিজৰ দেশৰ মাটিত ভৰি দি অৰিন্দম বৰুৱাই অনুভৱ কৰিলে যে ক'ৰবাত এটা পৰিৱৰ্তন লাগে।

বন্ধ পানীৰ দৰে এই ৰুদ্ধ পৰিৱেশৰ দুৱাৰ মুকলি কৰিব লাগিব। দেশৰ মাটিত ভৰি দি যি দেশৰ মাটিৰ গোন্ধে বাৰে বাৰে তেওঁক উন্মাদপ্ৰায় কৰিছিল, সেই মোহময় দেশৰ এখন বিপৰীত ছবি দেখি মনটো ভাঙি পৰা স্বাভাৱিক। কিন্তু অৰিন্দম বৰুৱা আৰু দহজন ভাববিলাসী মানুহৰ দৰে নাছিল।

সকলো কদৰ্য, সকলো কলুষতা, সকলো বেয়া আৰু সকলো ভুলৰ সংমিশ্ৰণ তেওঁৰ নিজৰ দেশত দেখিও অৰিন্দম বৰুৱাই ভাবিলে ঃ 'আউট্ অব্ দিচ্ ওৱেষ্টলেণ্ড···'

এৰা, এই অসাৰুৱা মাটিৰপৰাই ৰস উলিয়াব লাগিব। এই বোকাৰপৰাই বিশুদ্ধ পানী উলিয়াব লাগিব।

অৰিন্দম বৰুৱাই নিজৰ সৃষ্টিত সেই নতুনত্বৰ স্বাক্ষৰ প্ৰদান কৰিলে।

গীত লিখিলে, নাট ৰচিলে, প্ৰৱন্ধ লিখিলে, বোলছবিৰ দৰে শক্তিশালী মাধ্যমকো হাতত ল'লে।

আৰু অৰিন্দম বৰুৱাৰ মনৰ ফলক-কাচত উদ্ভাসি উঠা নতুন ৰূপৰ ৰহণ তেওঁৰ সকলো সৃষ্টিতে বিয়পি পৰিল। কোনো সাৰশূন্য

তথাকথিত ইণ্টেলেক্চুৱেলে সেইবোৰ সৃষ্টিত 'অবাঞ্ছিত গোন্ধ' পালে; অৰ্থৰ বিসঙ্গতি পালে; ৰাজনীতিৰ ক'টিং পালে—কিন্তু অৰিন্দম বৰুৱা বিচলিত নহ'ল।

নতুন সৃষ্টিৰ আনন্দত তেওঁ উন্মাদপ্ৰায়।

অসম আৰু অসমীয়াৰ ঐতিহ্যবাহী সাংস্কৃতিক জীৱনলৈ এটা নতুন বিপ্লৱ অৰিন্দম বৰুৱাই আনিলে নে নাই সেইটো অসমৰ ভৱিষ্যৎ ইতিহাসবিদে আলোচনা কৰিবও পাৰে—নকৰিবও পাৰে। সেইটো ডাঙৰ কথা নহয়।

কিন্তু অৰিন্দম বৰুৱা নিজৰ সৃষ্টিৰ মাজত নিষ্ঠুৰ আনন্দ পালে, যেতিয়া দেখিলে যে পিছৰ চামে তেওঁৰে অক্ষম অনুকৰণত কলা-সংস্কৃতিৰ সকলো বিভাগলৈ অৰিহণা যোগাই আহিছে। অনুকৰণ কৰিও ক'ব খোজে যিসকলে 'বাট আমি হে কাটিছোঁ।'

'প্ৰতিভা জানো জুইৰ আঙঠা' নহয়? তাক জানো কম্বলেৰে ঢাকি ৰাখিব পাৰি?

সঁচা প্ৰতিভা এদিন—সেয়া যি পৰিৱেশতে নহওক কিয়—আত্ম-প্ৰকাশ কৰিবই। স্বৰূপ প্ৰকাশ পাবই।

অৰিন্দম বৰুৱাই এদিন তেওঁৰ বৃহত্তৰ চিন্তাজগতৰ প্ৰকাশৰ বাট বিচাৰি অসমৰপৰা কলিকতালৈ আহিল।

কলিকতাত সুদূৰ অসমৰপৰা আহি অসংখ্য সৃষ্টিশীল আৰু সক্ৰিয় মানুহৰ মাজত নিজকে প্ৰতিষ্ঠা কৰা সহজ নহয়। অৰিন্দম বৰুৱায়ো জীৱনৰ এই নতুন পদক্ষেপত বহু বাধা-বিঘিনিৰ সন্মুখীন হ'বলগীয়া হ'ল। কিন্তু নিজৰ বৈশিষ্ট্য আৰু স্বকীয়ত্ব বিক্ৰী নকৰাকৈ অৰিন্দম বৰুৱাই এদিন কলিকতাকো আপোন কৰিলে।

বঙালী কলা-সংস্কৃতিৰ মাজত অসমৰ ঐতিহ্যবাহী কলা-সংস্কৃতিৰ স্বকীয় ৰূপ নতুনভাৱে প্ৰতিষ্ঠা কৰিলে। দুই ৰাজ্যৰ গীত-মাতৰ সমন্বয়ত নতুন ধাৰাৰ প্ৰৱৰ্তন কৰিলে। বঙালী ভাষাৰ মাধ্যমত তেওঁৰ সৃষ্টিৰ অন্যান্য কামো কৰি গ'ল।

আৰু এদিন এই অৰিন্দম বৰুৱা এই দুই ৰাজ্যৰ সাংস্কৃতিক জগতৰ সাঁকোৰ দৰে হৈ পৰিল। জনপ্ৰিয়তাৰ শত্ৰু বহুতো। অৰিন্দম বৰুৱাৰ ক্ষেত্ৰতো সেয়ে হ'ল। বহুতো বিৰুদ্ধ মতবাদ, নেতিবাচক বচন মতা গোষ্ঠীৰ আৱিৰ্ভাৱ হ'ল। অৰিন্দম বৰুৱাক কিন্তু একোৱে কঁপাব নোৱাৰিলে। বিষ খাই নীলকণ্ঠ হোৱাৰ সাহস হয়তো অৰিন্দম বৰুৱাৰ নাই, কিন্তু খাবলৈ দিয়া বিষেই যেতিয়া ভেজাল, তেতিয়া আৰু ভয় ক'ত ?

অৰিন্দম বৰুৱাই কলিকতাতে থাকিবলৈ ল'লে। তাৰেপৰা তেওঁ অসমৰ সাংস্কৃতিক জীৱনত বাৰে ৰহণীয়া অৰিহণা দি গ'ল।

অসমৰ সংস্কৃতিক জীৱনৰ আৰু স্বকীয় সৃষ্টিৰ বিকাশৰ বাবে এক উপযুক্ত পটভূমি এই চহৰতে গঢ়ি উঠিল। অসমৰ মাটিৰ গোন্ধ থকা মানুহ এজনে এনেদৰে প্ৰৱাসত থাকি সেই ৰাজ্যৰ কলা-সংস্কৃতিতো অৰিহণা যোগালে।

মানুহ ওচৰ চাপিল।

খ্যাতি বাঢ়িল।

জনপ্ৰিয়তাও ক্ৰমশঃ বৃদ্ধি পালে। সাৱটি ল'লে অৰিন্দম বৰুৱাক।

এই সাৱটি লোৱাৰ মাজত কোনো ৰাজনীতি নাছিল, ভাষা নাছিল, আচৰণ বা স্বকীয় নীতি-নিয়মৰ দোহাই দি গঢ়ি তোলা সহজ তুলনামূলক কোনো বাহ্যিক সন্তীয়া ভাবানুভূতিও নাছিল।

কিন্তু !

কিন্তু এদিন হঠাতে সেই সুন্দৰ সম্পৰ্কৰ মাজত সন্দেহৰ বীজ সোমাল। মুখেৰে হয়তো কোনোৱে একো প্ৰকাশ নকৰিলে, কিন্তু বিভিন্ন কাৰ্য-কলাপত সেইবোৰৰ ইঙ্গিত পোৱা গ'ল।

অৰিন্দম বৰুৱা নিজে এই বিষয়ে সচেতন আছিল।

সচেতন আছিল এই কাৰণেই, যিহেতু এইবোৰ দন্দ-খৰিয়ালত কোনে কি ধৰণৰ ভাও দিয়ে তাৰ একো নিশ্চয়তা নাই।

অৰিন্দম বৰুৱা এনে এজন মানুহ যাৰ জীৱনৰ সম্পূৰ্ণ পৰিপূৰ্ণ দিনকেইটিয়ে অতিবাহিত হৈছে সেইখন চহৰৰ মাজত, সেইবোৰ ভাষা-ভাষী, ভিন্ন ৰুচি আৰু ভিন্ন প্ৰকৃতিৰ মানুহৰ মাজত।

আৰু তেওঁৰ নিজৰ বিচাৰ-বুদ্ধিৰে যিহেতু তেওঁ এটা কথাত সদায় পতিয়ন গৈছিল যে মানুহৰ মনৰ মাজৰপৰা প্ৰকৃত সুস্থ ভাব বা মানৱতাবোধ কেতিয়াও কোনো অৱস্থাতে নিঃশেষ হ'ব নোৱাৰে, যদি হে মানুহে নিজকে কোনো আবুৰ নৰখাকৈ উলঙ্গভাৱে যিটো বাস্তৱ সেইটো লৈ প্ৰকাশ পাব পাৰে।

হিপ'ক্ৰেচিৰে মানুহৰ মন জয় কৰিব নোৱাৰি, যুদ্ধ জয় হয়তো কৰিব পাৰি। মানুহৰ মনত জগতৰ প্ৰকৃত ৰং সলনি কৰিবলৈ বহু অস্ত্ৰ-শস্ত্ৰ, বহু সৈন্যবল, বহু অত্যাধুনিক টেঙ্ক, জেটৰ প্ৰয়োজন হ'ব। এই বিশ্বাস অৰিন্দম বৰুৱাৰ আছিল।

আৰু সেইবাবেই যেতিয়া ষাঠিৰ অসমত জুই জ্বলিছিল দপ্‌দপাই, তেতিয়া সচকিত এচাম মানুহে স্বাভাৱিকতে ভাবিছিল প্ৰৱাসত থকা সেইচাম অসমীয়া মানুহৰ কি হ'ব?

এই চিন্তাৰ দোষ নাই।

কাৰণ তেতিয়াৰ পৰিস্থিতিয়ে এই চিন্তা কৰাবলৈ বাধ্য কৰাইছিল।

সমগ্ৰ অসমৰ বিভিন্ন ঠাইত জ্বলি উঠা বিদ্বেষৰ জুইকুৰাৰ প্ৰলয়ঙ্কৰী ৰূপ দেখি এই চিন্তা কৰিবলৈ বাধ্য হৈছিল।

কলিকতাৰ স্কুল-কলেজত থকা অসমীয়া ল'ৰাবোৰ গুচি আহিল।

বিভিন্ন ব্যৱসায় আৰু নানান চাকৰিত থকা ভিন ভিন অসমীয়া মানুহৰ কিছু নাহিল।

নহাখিনিৰ যুক্তি হ'লঃ 'আমি অসমীয়া হলোঁ বুলিয়ে জগৰ লাগিব নে? ক'তা, আমিতো একো অন্যায় কৰা নাই। আমাৰ কিয় অনিষ্ট কৰিব?'

এই যুক্তি সুন্দৰ।

পিছে হিংসা আৰু উন্মত্ততাৰে আগবঢ়া দুষ্টবুদ্ধিৰ এচাম মানুহৰ বাহুবল আৰু সুযোগ-সন্ধানী মনৰ পৰিপ্ৰেক্ষিতত এই যুক্তিৰ জানো মূল্য আছে ?

থকাহেঁতেন কোনোবা সূৰ্য বৰা শিলিগুৰিত তেনেদৰে নমৰে।

নমৰে আৰু বহু খ্যাত-অখ্যাত ব্যক্তি।

অৰিন্দম বৰুৱাবো সেইটোৱে হ'ল।

অৰিন্দম বৰুৱাৰ শুভাকাঙ্ক্ষীসকলেও তেওঁলৈ লিখিলে ঃ 'এই পৰিস্থিতিত তেওঁ অসমলৈ গুচি অহাটোৱে ভাল। উত্তেজনাৰতো কোনো ব্যাকৰণ নাই। কোন মুহূৰ্তত কি হৈ যায় একো ঠিক নাই।'

আটাইতকৈ ভয় লগা কথা, অৰিন্দম বৰুৱা মানুহজন কলিকতাত ইমান জনপ্ৰিয় আৰু পৰিচিত যে এই বিক্ষোভ, এই আন্দোলন, এই বিদ্বেষৰ পটভূমিত কলিকতাত বহি বহি কোন অসমীয়া মানুহ তাত আছে বুলি হিচাপ ল'বলৈ গৈ তেওঁক বিচাৰি উলিওৱাটো একো টান কাম নহয়।

অৰিন্দম বৰুৱাই কাৰো কথা নুশুনিলে।

গুচিতো নাহিলেই।

তাৰ সলনি এটা ডাঙৰ কাম কৰি বহি থাকিল।

কলিকতীয়া কাকত এখনতে কলিকতাত থকা অসমীয়া মানুহ এজন হিচাপে এই বিক্ষোভৰ পটভূমিত তেওঁ মনেৰে ভবা কথাখিনিৰ এটি যুক্তিসঙ্গত ব্যাখা দাঙি ধৰিলে।

অৰিন্দম বৰুৱাৰ যুক্তি কোনোবাই মানিলে, কোনোবাই নেমানিলে।

কিন্তু সেইখন চিঠিৰে অৰিন্দম বৰুৱাই নিজকে আলোচনাৰ বস্তু কৰি তুলিলে।

তাতেই আকৌ কলিকতীয়া কাকত! লিখিছে এজন সচেতন দায়িত্বশীল অসমীয়াই। বহুতে বহু ধৰণৰ ব্যাখ্যা দিলে। কিছুমানে চিঠিখনত দিয়া কিছু কিছু মন্তব্যৰ ভিত্তিতে ফুৰ্‌ফুৰীয়া ৰহণ সানি নানান বিকৃত যুক্তি-ব্যাখ্যা দিয়াৰো চেষ্টা চলালে।

অৰিন্দম বৰুৱা কিন্তু অলৰ।

তেওঁ মোলৈ লিখিলে : 'নিজৰ নিৰাপত্তা বৰ ডাঙৰ কথা নহয়, ডাঙৰ কথা হৈছে এই দুয়োটা জাতিৰ সম্পৰ্ক ৰক্ষাৰ নিৰাপত্তা হে। বিভেদ আৰু ঈৰ্ষাৰ জুইত নিজকে পুৰি মাৰিলে নিজৰো বেয়া লাগিব। তাতোকৈ বহু ডাঙৰ কাম আমাৰ কৰিবলগীয়া আছে। মোৰ মনৰ জোৰ ঠিকেই আছে, যদিও মনৰ অশান্তি বাঢ়ি গৈছে। সমগ্ৰ অসমীয়া জাতিটোৱে নিজকে "এচাৰ্ট" কৰাৰ অন্য বহুতো কাম পৰি আছিল, সেইটোৰ অপেক্ষাত থকা হে আমাৰ উচিত।'

অৰিন্দম বৰুৱাৰ মানসিক অশান্তি এটা সময়ত চৰম সীমা পালেগৈ।

নিতৌ বাতৰি-কাকতত নতুন নতুন খবৰ।

জুইৰ খবৰ।

বিদ্বেষৰ জুই, হিংসাৰ জুই।

জুই লামডিঙত, গোৰেশ্বৰত, নগাঁৱত, ডিব্ৰুগড়ত, শ্বিলঙত, আলিপুৰদুৱাৰত, ডুমডুমাত।

জুই দুমুৱাৰ বাতৰি কিন্তু নাই।

বৰ ভয়াবহ জুই।

অৰিন্দম বৰুৱাৰ মনৰ জগতৰ ছবিৰ ৰূপ সলনি হ'ল। নিজকে তেওঁৰ অসহায় যেন লাগিল। অসহায় এই অৰ্থত, এই বিদ্বেষৰ জুইৰ ভয়াবহ ৰূপে সকলোকে শেষ কৰি নিদিয়েতো!

কলিকতীয়া কাকতৰ অপপ্ৰচাৰত সমগ্ৰ কলিকতা সুপ্ত আগ্নেয়গিৰিৰ দৰে ভিতৰি ভিতৰি জ্বলি আছে। কোন মুহূৰ্তত, কেতিয়া, কেনেকৈ, ক'ত উদ্গীৰণ হয় কোনোৱে নেজানে। অৱস্থাই চৰম সীমা পালেগৈ।

শুভেচ্ছামূলক তিনিজনীয়া প্ৰতিনিধি দল এটা কলিকতাৰপৰা অসমলৈ আহি মন্তব্য দি গ'ল—'অসমত এই জুই জ্বলাৰ কাৰণ:

'ৰঞ্জিত বৰপূজাৰীৰ মৃতদেহ গুৱাহাটীৰপৰা শিৱসাগৰলৈ কঢ়িয়াই নিবলৈ দিয়াৰ হেতুকে!'

জুই আৰু জ্বলিল।

নজ্বলিবই বা কিয়? দায়িত্বশীল ব্যক্তি আহি এনে চালে-বেৰে কোবোৱা মন্তব্য দিলে মানিব কোনে? কলেজলৈ পঢ়িব অহা ল'ৰা এটাৰ কোনো দোষ নকৰাকৈ কোনোবা নিষ্ঠুৰ মানুহৰ হাতত বন্দুকৰ গুলীত মৃত্যু হ'ল, সেইটো দেহ সেই ল'ৰাৰ মাক-বাপেক আত্মীয়-স্বজনে নি নিজৰ ঘৰৰ মাটিৰ পৰশ দি নুপুৰিব বা কিয়?

মৃতদেহ এটা হে জ্বলাইছে!

চাৰিওফালে উত্তপ্ত অৱস্থা।

এই অৱস্থাৰ মাজত ঘটনাই কেনি গতি লয় কোনোৱে নেজানে।

তেনেতে সেই ঘটনাটো ঘটিল।

৮ জুলাই। শিলিগুৰি ষ্টেশ্যনৰ প্লেটফৰ্ম।

সূৰ্য বৰা বুলি ৰেল-বিভাগৰ কৰ্মচাৰীজনক কম্পাৰ্টমেণ্টৰপৰা উলিয়াই আনি হত্যা কৰা হ'ল।

মৰা দেহ পৰি ৰ'ল প্লেটফৰ্মত। উখহি গ'ল সেই দেহ। কোনোৱে ওচৰ নেচাপে।

বন্ধু-বান্ধৱ, আত্মীয়-স্বজন, ঘৰৰ মানুহ এৰি কোনে জানিছিল সেইটো নিৰপৰাধী দেহৰ শেষ তেনেদৰে হ'ব? সূৰ্য বৰা তথাকথিত ৰাজনীতি কৰা মানুহ নাছিল। সাহিত্যসেৱী আছিল। মনৰ ভাব, অনুভূতি গীতত প্ৰকাশ কৰিছিল। হয়তো গীত এটাৰ দৰেই এই মৃত্যু হ'ব পাৰিলেহেঁতেন, তাৰ সলনি কিয় এই নিকৰুণ পৰিণতি?

এই হত্যাকাণ্ড সংঘটিত হোৱাৰ পিছৰেপৰা উত্তেজনা বৃদ্ধি পালে।

উত্তেজনা বৃদ্ধি পালে গুৱাহাটীত।

উত্তেজনা বৃদ্ধি পালে কলিকতাত।

আৰু সেইদিনাৰ কলিকতাৰ এই উত্তেজনাময় পৰিৱেশত অৰিন্দম

বৰুৱাৰ মানসিক অৱস্থা আৰু সম্মুখীন হোৱা পৰিস্থিতিৰ কাহিনীকে মই ক'ব খুজিছোঁ।

কিন্তু মই নকওঁ।

মোৰ ভাষাত মই অৰিন্দম বৰুৱাৰ সুন্দৰ কথা কৈ যাওঁ।

অবাক হৈ এই কাহিনী মই শুনিছিলোঁ।

বিচিত্ৰ এক অভিজ্ঞতাৰ দুৱাৰ মোৰ বাবে ক্ৰমাগত খোলা গৈছিল।

ষাঠিৰ কলিকতা।

ভাষা আন্দোলন।

সূৰ্য বৰাৰ মৃত্যু।

৮ জুলাই।

সেইদিনা···সেইদিনা···

অৰিন্দম বৰুৱাই কৈছিল ঃ

মই মোৰ ঘৰতে আছিলোঁ।

মনটো বৰ অশান্ত।

ৰাতিপুৱাই বন্ধু এজন আহিছিল। বঙালী মানুহ। 'এল-আই-চি'ৰ এক্‌জিকিউটিভ অফিচাৰ। সুন্দৰ আঢ্যৱন্ত ঘৰৰ ল'ৰা। মোৰ স'তে চিনাকি বহুদিনৰ। আমি দুয়ো একেলগে দুবছৰ নিউয়ৰ্কতো আছিলোঁ। নাম প্ৰশান্ত চৰকাৰ। অলপ খেয়ালী ল'ৰা। পঢ়িবলৈ গৈছিল ইঞ্জিনীয়াৰিং। নপঢ়িলে। টকা খৰচ কৰি কন্টিনেণ্ট চাই আহি এজনী ফ্ৰেন্স-ছোৱালীৰ প্ৰেমত পৰিল। এমাহমান প্ৰেম কৰি, হুলস্থূল কৰি ফুৰি এদিন হঠাতে উভতি আহি ক'লে, "মই ভাৰতলৈ ঘূৰি যাম।"

অবাক হৈ মই সুধিলোঁ, "কিয় ?"

অলপ হাঁহি প্ৰশান্তই কৈছিল, "পেৰিচ চহৰৰ দৰেই চঞ্চল পেৰিচৰ ছোৱালী। ইনচিন্‌চিয়াৰ !"

মই একো মন্তব্য নিদিয়াকৈও বুজিছিলোঁ, প্ৰশান্তই ঠগ খাইছে।

আৰু সঁচাকৈয়ে এদিন প্ৰশান্ত চৰকাৰে নিউয়ৰ্ক এৰি গুচি আহিল। ছোৱালীজনীয়ে প্ৰশান্তক উপহাৰ দিয়া 'এফিল টাৱাৰৰ টয় ডিজাইন'টো মোৰ আগতে ভৰিৰে মোহাৰি ভাঙি কৈছিল, "সঁচা টাৱাৰটো পিছে এনেদৰে জোতাৰে মোহাৰি ভাঙিব নোৱাৰি অৰিন্দম।"

এইজনেই প্ৰশান্ত চৰকাৰ।

কলিকতালৈ আহি আকৌ প্ৰশান্তই কিছুদিন এনেয়ে বহি থাকি অৱশেষত এক্‌জিকিউটিভ পোষ্টটো লৈ বহি গ'ল।

মোৰ তাল্লৈ প্ৰশান্ত যেতিয়াই-তেতিয়াই আহে, সুন্দৰভাৱে কথা-বতৰা পাতে। মোৰপৰা সুধি সুধি অসমীয়া ভাষা শিকে। ক'বলৈও যত্ন কৰে।

হাঁহি হাঁহি কয়, "মোক এজনী অসমীয়া ছোৱালীকে বিয়া কৰাই দিয়া অৰিন্দম।"

মই কওঁ, "বেছতো—কৰোৱা।"

প্ৰশান্তই সজোৰে হাঁহে। হাঁহি কয়, "বিয়া মই কৰাইছোঁ। ইউ উইল বি জেলাচ্ আফ্‌টাৰ চিয়িং মাই ৱাইফ!"

সঁচাকৈয়ে ঈৰ্ষা কৰিবলগীয়া ঘৈণীয়েক প্ৰশান্তৰ!

জীৱনৰ প্ৰথম ভালপোৱাত যেতিয়া ঠগ খালে প্ৰশান্তই, তেতিয়াই হয়তো মনে মনে স্থিৰ কৰি পেলাইছিল কেনে ছোৱালীৰ পাণিগ্ৰহণ তেওঁ কৰিব!

কৰিলেও।

আচৰিতভাৱে চাৰি বছৰৰ অক্লান্ত সাধনাৰে প্ৰশান্তই সৰোদ বজোৱাটো এনেভাৱে আয়ত্ত কৰিলে যে সেই বাদ্যযন্ত্ৰটো বজোৱা নুশুনিলে বিশ্বাস কৰিব নোৱাৰি প্ৰশান্তৰ প্ৰতিভা।

মোৰ কথা, মোৰ ৰচনা, মোৰ সুৰে সদায় উদ্বুদ্ধ কৰা বুলি কোৱা প্ৰশান্তই কৈছিল, "অৰিন্দম, তুমি মোৰ শ্ৰীমতীক নিশ্চয় বেয়া বুলি

নোকোৱা। কাৰণ তোমাৰ ৰুচিবোধৰ ওপৰত মোৰ বিশ্বাস আছে।"

বলিয়াৰ দৰে সৰোদ বজোৱা প্ৰশান্তই এতিয়াও কোনোবাই বিয়াৰ কথা ক'লে, সুন্দৰভাৱে সজাই থোৱা সৰোদটোৰ ফালে দেখুৱাই কয়, 'চুপ, তাই শুনিলে হিংসা কৰিব।'

অন্যই হয়তো নুবুজে, কিন্তু মই বুজো প্ৰশান্তৰ অন্তৰৰ বেদনা। গতিকেই অইনে যেতিয়া এনে কথাত হাঁহে, ঠাট্টা কৰে, মই নেহাঁহোঁ। মই মাথোন হৃদয়েৰে উপলব্ধি কৰিবলৈ যত্ন কৰোঁ মানুহজনৰ সেই মুহূৰ্তৰ মাত্ৰ নহয়, প্ৰতিটো এৰি অহা দিনৰ বেদনাৰ কথা।

এই প্ৰশান্ত চৰকাৰেই ওলাই আহি মোক বাতৰিটো দিছিল।

সুধিছিল, "তুমি শুনিছা নে নাই অৰিন্দম?"

কি শুনাৰ কথা কয়?

শুনিবলৈও আজি-কালি ভয় লগা হ'ল।

পকা মজিয়াতে পাৰি থোৱা পাটীটোৰ ওপৰত বহি প্ৰশান্তই ক'লে, "ইট্ ইজ ডিজগ্ৰেচ্‌ফুল অন্ আৱাৰ পাৰ্ট।"

মই একো বুজা নাছিলোঁ।

প্ৰশান্ত অস্বাভাৱিকভাৱে গম্ভীৰ হৈ বহিছিল সেইদিনা।

লিখি থকা মোৰ চকুলৈ চাই প্ৰশান্তই সুধিলে, "কি লিখিছা?"

মই কলোঁ, "এটি প্ৰবন্ধ।"

"বিষয়-বস্তু?"

"ইমোশ্যনেল ইন্টিগ্ৰেশ্যন।" মই কলোঁ।

ওচৰতে থকা হাৰমনিয়মটো লৈ তুবাৰমান জোৰে জোৰে ৰীডবোৰ হেঁচি ধৰি হঠাতে প্ৰশান্তই ক'লে, "ষ্টপ ইট।"

মই অবাক হৈ তাৰ মুখলৈ চালোঁ।

প্ৰশান্তই হাৰমনিয়মটো ঠেলি থৈ বঙালীৰে ক'লে, "সূৰ্য বৰাক চিনি পোৱা নেকি?"

মই সুধিলোঁ, "কি কৰে?"

প্ৰশান্তই ক'লে, "ৰেলত কাম কৰিছিল।"

মই কলোঁ, "খুব ভালকৈ চিনি পাওঁ। কিন্তু কি হৈছে?"

প্ৰশান্তই ক'লে, "তেওঁক মাৰিছে। কিল্‌ড্!"

মই শিল এচপৰাৰ দৰে নিথৰ হৈ গৈছিলোঁ। সুস্থ শৰীৰেৰে সেইজন মানুহক যে মই মাত্ৰ কেইদিনমান আগতে লগ পাইছিলোঁ! সূৰ্য বৰা মৰিল!

প্ৰশান্তই চাহ একাপ খাবলৈ খুজি ক'লে, "অৰিন্দম। তোমাক মই এটা কথা কওঁ।"

প্ৰশান্তৰ কথাবোৰ মোৰ আচহুৱা লাগিছিল। এনেভাৱে প্ৰশান্তই সাধাৰণতে মোৰ স'তে কথা নেপাতে। আজিৰ কোৱা ভঙ্গীৰ মাজত ক'ৰবাত যেন অলপ সঙ্কোচৰ ভাব লুকাই আছে, মোৰ এনে লাগিল।

প্ৰশান্তই সুধিলে, "তুমি মোক বিশ্বাস কৰা?"

মই সুধিলোঁ, "আজি হঠাতে এই অসময়ত বিশ্বাস-অবিশ্বাসৰ কথা কিয়?"

"প্ৰয়োজন আছে।"

"কি প্ৰয়োজন?"

প্ৰশান্ত কিছু সময় থমকি ৰ'ল। তাৰ পিছত ক'লে, "আজি কলিকতাৰ অৱস্থা বৰ বেয়া। ৰাচেল ষ্ট্ৰীটত গণ্ডগোল হৈছে। আসাম হাউচৰ সমুখত ডিমনচ্‌ট্ৰেশ্যন। ধৰমতলা ষ্ট্ৰীটত কোনোবা এঠাইত জুই লগাইছে।"

মোৰ মনে মনে খং উঠি আহিছিল।

মই কলোঁ, "মোক এইবোৰ কথা শুনোৱাৰ মানে কি?"

প্ৰশান্তই মোৰ মনৰ ভাব বুজিছিল।

গতিকেই ক'লে, "অৰিন্দম, মোৰ কথা এটা তুমি ৰাখিব লাগিব।"

"কি কথা?"

"তুমি গুৱাহাটীলৈ গুচি যোৱা। মোক তুমি খং নকৰিবা। তোমাৰ ভালৰ বাবে মই কৈছোঁ। ইউ মাষ্ট্ লিভ্ দিচ্ প্লেচ্।"

মই খঙতে জ্বলি উঠিছিলোঁ। প্ৰশান্ত বয়সত মোতকৈ ডাঙৰ। সেই বুলিয়েই নহয়, মোৰ স'তে সহজ বন্ধুত্বৰ সম্পৰ্ক থাকিলেও মই স্বাভাৱিকভাৱেই প্ৰশান্ত চৰকাৰক সমীহ কৰি চলোঁ।

কিন্তু সেইদিনা গৰজি উঠিছিলোঁ।

চিঞৰি কৈছিলোঁ, "তুমি মোক উপদেশ দিবলৈ কোন? কোনে কি কৰিব মোক? কি কৰিব? মই কি অন্যায় তোমালোকৰ কৰিছোঁ?"

প্ৰশান্ত অলপ আহত হৈছিল।

চাহ কাপত মুখ দি কৈছিল, "তুমি মোক ভুল নুবুজিবা অৰিন্দম। সময়টো বৰ বেয়া। তাৰোপৰি তুমি এটা কথা ভুল নকৰিবা, তোমাৰ বন্ধু যিদৰে আছে, শত্ৰুও নোহোৱা নহয়।"

প্ৰশান্ত এটা সময়ত গুচি গৈছিল।

মই বহুসময় নিথৰ হৈ মাত্ৰ ভাবিছিলোঁ, এইবোৰ কথাৰ অৰ্থ কি?

নিৰপৰাধী এটা মানুহক ট্ৰেইনৰ কম্পাৰ্টমেণ্টৰপৰা উলিয়াই আনি তেনেদৰে হত্যা কৰাৰ মাজত কি পুৰুষালিটো সোমাই আছে, মই নুবুজিলোঁ। মনটো মোৰ অশান্ত হৈ ৰ'ল। বিশেষকৈ প্ৰশান্তৰ শেষৰ কথাকেইটিত।

সঁচা কথাই হয়তো প্ৰশান্তই কৈছে।

মোৰ বন্ধু-শুভাকাংক্ষীৰ যিদৰে অভাৱ নাই, কোনে জানে কত চাগৈ শত্ৰুও আছে?

মই যিটো অঞ্চলত বাস কৰোঁ তাৰ আটাইখিনি মানুহেই মোৰ খা-খবৰ লোৱাৰপৰা মোক মানসিকভাৱে সাহস যোগাই থকাত হেলা কৰা নাছিল। মই বেপৰোৱাভাৱেই আছিলোঁ, হ'লেও প্ৰশান্তই কোৱাৰ দৰে, সময়টোৰ কু-প্ৰভাৱলৈ চাই মনে মনে শঙ্কিত হৈছিলোঁ। অৱশ্যে মোৰ মন ভাঙি পৰিছিল, মোৰ ব্যক্তিগত নিৰাপত্তাতকৈও বিভিন্ন ঠাইত সংঘটিত বিভিন্ন অত্যাচাৰ-উৎপীড়নৰ বাতৰিত।

মই হয়তো ঠিকেই আছিলোঁ।

বিভিন্ন বিভাগৰ বিভিন্ন মানুহ মোৰ তালৈ আহি আহি মোৰ খা-খবৰ লৈ গৈছিল। মোৰ যাতে কোনো-ৰকমৰ অনিষ্ট নহয় তাৰ বাবে মোতকৈও সেইবোৰ মানুহৰ আয়োজন বেছি।

মই পিছে অকণো শান্তি পোৱা নাছিলোঁ।

গণ্ডগোলৰ আটাইকেইটা দিনে মই আগৰ দৰেই ওলাই-সোমাই ফুৰিছিলোঁ। মোৰ অনুপস্থিতিত কোনোবা কোনোবা আহি দুৱাৰত 'নক্' কৰি মোৰ কাম কৰা ল'ৰাটোক সুধি যায়, মই কেনে আছোঁ।

কিন্তু তথাপি অৱস্থা যে খুব স্বাভাৱিক আছিল সেইটো নহয়।

মোৰ খা-খবৰ লোৱা, মোৰ ঘৰলৈ অহা এচাম মানুহ যেনেদৰে আগতে আহিছিল তেনেদৰে তেতিয়াও হয়তো অহা-যোৱা কৰি আছিল, কিন্তু এনে কিছুমান মানুহো দেখিছিলোঁ যি চেষ্টাকৃতভাৱে বা ইচ্ছাকৃতভাৱে মোক এৰাই ফুৰিবলৈ যত্ন কৰিছিল।

শিলিগুৰিৰ ঘটনাই কলিকতাত সেইদিনা পৰিৱেশ উত্তপ্ত কৰি তুলিলে।

মোৰ মানসিক অশান্তি দুগুণে বৃদ্ধি পালে যেতিয়া মোক লৈ নানান গুজব ঠায়ে ঠায়ে প্ৰচাৰিত হ'ল। এই গুজবৰ ভিত্তি কোন বা কি মই নেজানো, কিন্তু প্ৰচাৰ হোৱাটো সঁচা।

কলিকতাত থকা বহু অসমীয়া মানুহ, ছাত্ৰ মোৰ ওচৰ চাপিল।

মই কৈছিলোঁ, ভয়ৰ একো কাৰণ নাই। উত্তেজিত আৰু বিবেক-বিচাৰহীন জনতাৰ বাহিৰে অন্য কোনোৱে একো অনিষ্ট বা অন্যায় নকৰে।

কলিকতাত থকা অসমৰ একমাত্ৰ দৈনিক ইংৰাজী কাগজৰ অফিচটো ঘেৰি পেলোৱা হ'ল। আৰু গুৱাহাটীত কলিকতীয়া কাগজ পোৱাৰ বতাহে ইয়াকো জ্বলাই তুলিলে।

এসোপা কাগজ পুৰি গ'ল।

পৰি ৰ'ল ক'লা ছাই কিছুমান।

ভৰিৰ খোজত সেয়াও নিচ্ছিন্ন হ'ল।

মই মনে মনে ভাবিছিলোঁ, প্ৰশান্তৰ কথাই সঁচা নেকি? আমি ইয়াত নিৰাপদ নহয় নেকি?

প্ৰশান্ত চৰকাৰ মোৰ অন্তৰঙ্গ বন্ধু। তেওঁৰ কথাত, সেয়ে হে এজন বন্ধুৱে আন এজন বন্ধুক যিমানখিনি কথা এনে পৰিস্থিতিত ক'ব লাগে, তাতকৈ বেছি জানো কৈছোঁ?

মনৰ জগৎ মোৰ অশান্ত হৈয়ে ৰ'ল।

সূৰ্য বৰাৰ মৃত্যু!

বাহিৰৰ ৰাস্তাইদি এটা প্ৰচেশ্যন গ'ল। মোৰ ঘৰৰ সমুখত চিঞৰকেইটা বেছি হ'ল। মই বুজিছিলোঁ।

দুৱাৰত কোনোবাই শব্দ কৰিছিল।

খোলাই আছিল দুৱাৰ।

মই সুধিলোঁ, "কোন?"

"মই অৰিন্দমদা।"

সোমাই আহিছিল বীথিকা গুপ্ত।

বীথিকা গুপ্ত বঙ্গদেশৰ যশস্বী কণ্ঠশিল্পী। তেওঁ অসমীয়া গীততো কণ্ঠদান কৰিছে। বীথিৰ মুখলৈ চাই কওঁ, "কি হ'ল, থিয় হৈ আছা দেখোন, বহা!"

বহিল বীথিকা।

মোৰ মুখলৈ চকু দুটা ডাঙৰ ডাঙৰ কৰি বীথিকা গুপ্তই কিছু সময় চাই বঙালীতে সুধিলে, "আচ্ছা অৰিন্দমদা, আপোনাৰ বিষয়ে ইমান মিছা কথা ওলাইছে কিয়?"

মই হাঁহি সুধিলোঁ, "কি কথা?"

বীথিকাই ক'লে, "বহুতেই বহুত কথা কৈছে। ক'তা—আপোনাক দেখিতো সেইবোৰ একোৱে ভাব নহয়।"

মই ভিতৰি ভিতৰি অলপ ক্ষুণ্ণ হওঁ।

যেন পৃথিৱীত অইন কথা পাতিবলৈ আৰু কথাই নাই।

মনৰ ভাব অৱশ্যে প্ৰকাশ নকৰিলোঁ।

বীথিকা গুপ্তৰ নিজৰ মুখ নিজেই মেল খালে, "আচ্ছা অৰিন্দমদা, আজিৰ কাগজ আপুনি পঢ়িছে নে নাই?"

"নাই পঢ়া!"

"ইচ্—কি যে সাঙ্ঘাতিক, গোৰেশ্বৰ নে কি এখন ঠাই আছে, তাত বহু ঘৰ-দুৱাৰ জ্বলাই দিছে।"

ক্ষোভ প্ৰকাশ নকৰি কওঁ, "ভাল হে হৈছে!"

বীথিকা গুপ্ত অবাক হৈ মোৰ মুখলৈ চায়।

মই কৈ যাওঁ, "ভাল হোৱা নাই জানো? কম্পেনচেশ্যন পাব। পুৰণি খেৰী-ঘৰৰ ঠাইত নতুন ঘৰ হ'ব। ঘৰ জ্বলালেই বিক্ষোভ নহয়, সমাধানো নহয়।'"

সম্ভৱতঃ মোৰ কণ্ঠস্বৰ কঠিন হৈ গুলাইছিল।

এইবাৰ মই কলোঁ, "তুমি এটা খবৰ পোৱা নে নাই?"

"কি খবৰ?"

"শিলিগুৰি ষ্টেশ্যনৰ প্লেটফৰ্মত কলিকতাৰপৰা উভতি যোৱা এজন অসমীয়া মানুহক কম্পাৰ্ট্মেণ্টৰপৰা টানি উলিয়াই হত্যা কৰা হৈছে।"

বীথিকা গুপ্তই 'হত্যা' শব্দটোত মুখখন বিকটাই দিলে।

মই কলোঁ, "তুমি গান গোৱা মানুহ—ৱান ম'ৰ পয়েণ্ট ফৰ ইউ, মানুহজনে গান লিখিছিল।"

বীথিকা গুপ্তয়ো এটা সময়ত বিদায় লৈ গুচি গৈছিল। যোৱাৰ সময়ত মোক মাত্ৰ কৈছিল, "অৰিন্দমদা, মোৰ এটা ৰিকুৱেষ্ট আপুনি ৰাখিব লাগিব।"

মই সুধিলোঁ, "কোৱা।"

বীথিকা গুপ্তই ইফালে-সিফালে চাই কণ্ঠস্বৰ ভালেখিনি সৰু কৰি ক'লে, "আপুনি অলপ সাৱধানে থাকিব। যি দিন-কাল পৰিছে একো ঠিক নাই।"

সঁচাকৈয়ে বেয়া দিন।

ৰেডিঅ'ৰ সন্ধিয়াৰ বাতৰিত আকৌ বিক্ষোভৰ বাতৰি। আকৌ পুলিচৰ গুলী-চালনা। মৃত্যু !

মোৰ মনটোৱে উৰা মাৰিছিল বাৰে বাৰে অসমলৈ।

কিন্তু তেতিয়াই তেনেকৈ যোৱাৰো মোৰ মন নাই।

ভয়তে মোৰ হাত-ভৰি লুকুৱাই যোৱা অৱস্থা এটা হোৱা নাই। আৰু মই এনে কাপুৰুষো নহয় যে কাৰোবাৰ প্ৰৰোচনা আৰু উপদেশে মোক মোৰ নিজস্ব বিশ্বাস আৰু আদৰ্শৰপৰা স্খলিত কৰিব পাৰিব।

তাৰ পিছতো আৰু বহু মানুহ আহিছিল।

একেই আন্তৰিকতাৰ সম্বোধন।

তাৰ পিছতো কথা একেটাই।

'দেশখন যে জহন্নামলৈ গ'ল' বা 'কি হ'ব এনে সংঘৰ্ষৰ' বা 'এইবোৰ যে চব ৰাজনৈতিক কৌশল' এই জাতীয় দুই-এটি মতামত দি বিদায় গ্ৰহণ। প্ৰত্যেকেই কিন্তু যোৱাৰ আগতে এবাৰ কৈ যায় 'সাৱধানে থকা'ৰ কথা।

কাৰো আন্তৰিকতাৰ প্ৰতি মোৰ সন্দেহ নাই। মোক সঁচাকৈয়ে এইচামে হয়তো ভাল পায়। কিন্তু সেইবুলি সকলোৱে যে মোক সহজভাৱে ল'ব, তাৰো কোনো যুক্তি নাই। তাৰ প্ৰমাণো মই পাইছিলোঁ।

সেইদিনা সন্ধিয়া মই কাপোৰ-কানি পিন্ধি যেতিয়া বাহিৰলৈ যাবলৈ ওলাইছোঁ, মোৰ কাম কৰা ল'ৰাটোৱে মোৰ হাতত এখন কাগজ দিলে। কাগজত প্ৰশান্তৰ আখৰ। দুপৰীয়া মই শুই থাকোঁতে হেনো আহিছিল, শুই থকা বাবে নজগালে। চিঠিখন লিখি থৈ গৈছে।

চিঠিৰ কথা সামান্য। মই যেন আজি সন্ধিয়া ঘৰৰপৰা কেনিও ওলাই নেযাওঁ। ৰাতি মোৰ তালৈ এবাৰ প্ৰশান্ত আহি যাব।

মোৰ হাঁহি উঠিল।

আজি প্ৰথমবাৰৰ বাবে মই কলিকতাৰ ৰাজপথলৈ ওলাই যাওঁতে এটা অজান আশঙ্কা আৰু উগুল-থুগুল মন লৈ ওলাইছোঁ। যেন মই এক গুৰুতৰ অপৰাধত অপৰাধী। এইমাত্ৰ যেন মই ফাঁচি-কাঠৰপৰা কোনোমতে পলাই সাৰিছোঁ!

মনটো মোৰ ভিতৰি ভিতৰি অশান্ত আছিল।

টেক্সি এখনত উঠিব খুজিও নুঠিলোঁ।

খোজকাঢ়ি ভাল লাগিছিল। ব্যস্ত কলিকতা মহানগৰী। ট্ৰাম, বাচ; সংখ্যাহীন গাড়ী, নিয়ন সুশোভিত ৰামধেনু-বুলীয়া চাইনব'ৰ্ড, অফিচৰপৰা যোৱা কেৰাণীৰ দল, অভিসাৰত ওলোৱা যুৱক-যুৱতী! কত যে বিচিত্ৰ মানুহ!

চিনাকি মানুহ পালোঁ দুই-এজন।

কোনোবাই মাতিলে, কোনোবাই নেমাতিলে।

ঠায়ে ঠায়ে পোষ্টাৰ মাৰি থোৱা আছে। অসম আৰু অসমীয়া বিৰোধী।

এখন পোষ্টাৰ পাৰ্কৰ কাষত পোষ্টত লগোৱা আছিল। পোষ্টাৰখন ঘেৰি এজাক মানুহ।

ওচৰ চাপি গলোঁ।

পঢ়ি চালোঁ।

মই অসমীয়াতে সুধিলোঁ, "আৰু ক'ত ক'ত আছে এনে পোষ্টাৰ?"

মানুহ কেইজনমানে মোৰ মুখলৈ চাই আকৌ পোষ্টাৰৰ কথা পঢ়াত মনোযোগ দিলে।

মই ভাবিলোঁ, ক'তা, মই দেখোন অসমীয়াতে কথা কলোঁ, কোনো ভাবান্তৰ নাই কিয়?

আচলতে কথাও সেইটো। পোষ্টাৰত কি লিখিছে সেইটো হে ডাঙৰ কথা! কোনোবাই অসমীয়া ভাষাত কথা ক'লে, চিঞৰিলেও

তথাকথিত সংখ্যাগৰিষ্ঠ জনসাধাৰণে একো অনুভৱ নকৰে। এই গণ্ডগোল জানো ভাষাৰ বাবেই হোৱা নাই ?

এটা সময়ত খোজকাঢ়ি আমনি লাগিল।

টেক্সি এখনত উঠি বহিলোঁ।

গঙ্গাৰ পাৰলৈ গলোঁ।

অ'ত ত'ত বিক্ষিপ্ত পোষ্টাৰ।

নৈৰ বতাহে মনটো ভালেখিনি পাতল কৰিলে।

গঙ্গা।

নৈখন বৰ শান্ত !

মোৰ লুইতলৈ মনত পৰিল।

দুয়োখন নৈৰে পানী একে। নাম হে বেলেগ।

লুইতৰ পানী আহি গঙ্গাতো লাগিছেহি। কোনখিনিত বাৰু? নৈতকৈও মানুহ শক্তিশালী নে? নৈৰ গতি জানো ইচ্ছামতে ৰোধ কৰিব পাৰিছে? তেন্তে মানুহৰ ইমান দপ্‌দপনি কিয় ?

ওচৰতে দুজনমানে কথা পাতি আছিল। ট্ৰেনজিষ্টাৰত বাতৰি পৰিৱেশিত হৈছিল।

আকৌ জুই !

জ্বলিয়ে আছে।

নাম নোকোৱাকৈ শিলিগুৰিৰ হত্যাকাণ্ডৰ কথা কৈছে !

মনটো সেমেকি আহিল।

কথা পাতি থকা মানুহকেইটাই বাদাম চোবাই চোবাই বৰ অশ্লীল মন্তব্য দি আছিল।

চিগাৰেট জ্বলাবলৈ জুইবাহটো বিচাৰোঁতে কাগজ এখন পকেটৰ-পৰা সৰি পৰিল। বুটলি চালোঁ—প্ৰশান্তৰ চিঠিখন।

টেক্সিত উঠি আহোঁতে মই প্ৰশান্তৰ কথাই ভাবি আহিছিলোঁ। প্ৰশান্তক পোৱাহেঁতেন ভাল লাগিলহেঁতেন। মই এবাৰ তাক স্পষ্টকৈ

সুধি চাম কিয় মই বাহিৰলৈ ওলাব নেলাগে? কিয়? দোষ কি মোৰ? দোষ কি মোৰ মানুহখিনিৰ? কিয় নোলাম মই?

টেক্সিক বিদায় দি মই পৰিচিত হোটেললৈ সোমাই গলোঁ।

পোনে পোনে বাৰলৈ আগবাঢ়িলোঁ। কেইবাদিনো ড্রিঙ্ক কৰা নাই। আজি গোটেই দিনটোৰ যন্ত্রণা, গোটেই দিনৰ অসহ্য পৰিৱেশ, গোটেই দিনটোৰ অবাঞ্ছিত শাসনৰ মাত্রাধিক্যত মই অতিষ্ঠ।

মনে মনে ভাবিলোঁ, কিছু চাগে শান্তি পাম।

বাৰত চিনাকি দুই-এজন মানুহো পালোঁ।

আগেয়ে দেখিলে যেনে ধৰণে হাঁহি-ধেমালি কৰে, সেইদিনা নকৰিলে। নিতান্ত হাঁহিবলগীয়াখিনি হাঁহিলে, ক'বলগীয়াখিনি ক'লে।

গিলাচটোৰ পানীয়খিনি ডিঙিত ঢালি ভাবিছিলোঁ, গঙ্গাৰ কথা। ব্রহ্মপুত্র। ব্রহ্মাৰ পুত্রৰ নামৰ কি প্রেৰণা!

পিঠিত কোনোবাই হাত দিলে। উভতি চাই দেখিলোঁ মীৰাণকুমাৰ। ফিল্ম এক্টৰ। বন্ধু মানুহ। দেখাৰ লগে লগে বঙালীতে ক'লে, "আচ্ছা অৰিন্দমবাবু দেখিছে অসমত কি হৈছে? আপোনাৰ এই বিষয়ে মত কি? আমিতো অবাক হৈ গৈছোঁ, হাউ ইট্ ইজ পচিব্‌ল্?"

মই দেখিলোঁ মীৰাণকুমাৰৰ ইতিমধ্যে খোজৰ স্থিৰতা নাছিল।

হাঁহি কলোঁ, "বহা, কোৱাচোন তোমাৰ খবৰ?"

মীৰাণকুমাৰ জঁপিয়াই উঠিল, "খবৰ? খবৰতো মাত্র এটাই। এন আগ্‌লি ৱাৰ!"

আৰু দুজনমান ওচৰ চাপিছিল।

বিৰাট চাৰিখন মেডিকেল ফাৰ্মৰ মালিক, যাৰ ব্ৰাঞ্চ অসমৰো ঠায়ে ঠায়ে আছে, আশুতোষ সেনগুপ্তই পাই মোক ক'লে, "জানে অৰিন্দমবাবু, মোৰ গুৱাহাটীৰ দোকানৰ হেভি লষ্ট্। আচ্ছা এইচব জানো বন্ধ নহ'ব।"

মই উত্তৰ দিয়া নাছিলোঁ।

মীৰাণকুমাৰে গিলাচটো সজোৰে সমুখৰ টেবুলত থৈ চিঞৰি উঠিল, "হে মোৰ দুৰ্ভাগা দেশ, যাদেৰ…"

বৈ গ'ল চিত্ৰাভিনেতা মীৰাণকুমাৰ।

মই বুজিলোঁ তাৰ পিছত আৰু মনত নাই।

গিলাচটোত আৰু এক পেগ দিবলৈ মই ইঙ্গিত দি কলোঁ, "যাদেৰ কৰেছ অপমান…"

মীৰাণকুমাৰে কৈ গ'ল, "যাদেৰ কৰেছ অপমান…"

মই কলোঁ, "অপমানে হতে হবে
তাহাদেৰ সবাৰ সমান…"

মীৰাণকুমাৰে মোৰ মুখে মুখে কৈ গ'ল।

ইতিমধ্যে বাৰ মানুহৰে ভৰি পৰিছিল।

দূৰৈৰপৰাই মিচ্‌ স্বাতী মুখাৰ্জীয়ে হাত জোকাৰিলে। মই মুখলৈ চালোঁ। মোক দেখুৱাই ওচৰৰ দুজনমানক কিবা কোৱা যেন লাগিল। অইন দিনা হোৱাহেঁতেন স্বাতী মুখাৰ্জীয়ে জঁপিয়াই মোৰ ওচৰ চাপিলহেঁতেন। মই যিমানেই পলাব খোজোঁ মিচ্‌ মুখাৰ্জীয়ে চীনাজোঁক লগাদি লাগি ধৰে।

আজি ওচৰ নেচাপিল।

অভিনেতা মীৰাণকুমাৰে মোক ব্যঙ্গ কৰি দুটামান কথ ক'লে।

মই সুধিলোঁ, "হোৱাট ডু ইউ মীন ৰাই ইট্? উইড্ৰ ইট্!"

"নো, আই উইল নট উইড্ৰ।"

গিলাচটোৰ মদখিনি মুখলৈ মাৰি পঠিওৱাৰ ইচ্ছা এটা হৈছিল নেমাৰিলোঁ।

বাহিৰত পাতল বতাহ এজাক মাৰিছিল।

আশুতোষ সেনগুপ্তই সুধিলে, "আচ্ছা অবিন্দমবাবু চিলেট ৰঙালী কোৱা মানুহৰ পাৰ্চেণ্টেজ কিমান?"

মই গিলাচটো দেখুৱাই কলোঁ, "ক্ষমা কৰিব, পাৰ্চেণ্টেজৰ হিচাপ এই সময়ত নহয়। ৰিলেক্স।"

মীৰাণকুমাৰৰ পিঠিত থপৰিয়াই কলোঁ, "বৰ বেছিকৈ খালা নেকি?"

থৰক্-বৰক্ খোজেৰে উঠিল মীৰাণকুমাৰ।

এইবাৰ আৰম্ভ হ'ল আচল বক্তৃতা।

"অৰিন্দমবাবু, মোৰ স্ত্ৰীয়ে মোক সন্দেহ কৰে। মোৰ স্ত্ৰীয়ে কয় যে সুচৰিতা দেৱীৰ স'তে......"

মীৰাণকুমাৰৰ ব্যক্তিগত বৈৱাহিক জীৱনৰ কাহিনী এবাৰ আৰম্ভ হ'লে শেষ নহয়।

মই আৰু এটা পেগ ললোঁ।

স্বাতী মুখাৰ্জী ওচৰলৈ আহিল। লগে লগে আহিল এসোপা সুগন্ধি।

আহিয়ে মোৰ ফালে মিঠাকৈ হাঁহি এটা মাৰিলে। মই সুধিলোঁ, "কি হ'ল, আজি দেখোন বৰ আঁতৰে আঁতৰে..."

স্বাতী মুখাৰ্জীয়ে ধুনীয়াকৈ হাঁহিলে। হাঁহিলে ফলচ্ দাঁত চাৰিটা বেছিকৈ জিলিকি উঠে।

তাৰ পিছত মোৰ ওচৰতে টুল এখন লৈ বহিল।

সুধিলোঁ, "খাবা?"

"থেঙ্ক ইউ অৰিন্দম।"

গহীন হৈ বহি ৰ'ল স্বাতী মুখাৰ্জী। আচলতে কেতিয়াবাৰেপৰা খাই এতিয়া নিজকে চম্ভালি উঠিছে।

স্বাতীকে ঘেৰি এজাক মানুহৰ চকু। মই দেখিলোঁ, লক্ষ্য মই। মই স্বাতীৰ স'তে সহজ হৈ কথা ক'বলৈ যত্ন কৰিলোঁ। স্বাতী মুখাৰ্জীয়ে টোপনিৰপৰা সাৰ পোৱা মানুহৰ দৰে ক'লে, "অৰিন্দম, ব'লানা অলপ ফুৰি আহোঁ।"

প্ৰস্তাৱটো বেয়া নাছিল

কিন্তু মোৰ মনটো ঠিক যোৱাৰ বাবে প্ৰস্তুত হৈ উঠা নাছিল।

কোনোবা এজনে মোৰ নাম ধৰি এটা মন্তব্য দিলে।

কোনোবাই হাঁহিলে।

তুজনমানে মই শুনাকৈ চিঞৰি এই বিৰোধৰ কথা আলোচনা কৰিলে।

মই প্ৰত্যেকৰ মুখলৈ চালোঁ। চালেই কথা বন্ধ হয়।

মোৰ মনৰ তুখ বাঢ়িল।

এইবোৰ হুলস্থূল, এইবোৰ মানুহ, এইবোৰ কটু মন্তব্যৰ মাজত পৰা মোৰ মনটোৱে বাৰে বাৰে মুক্তি বিচাৰি উদ্বাউল হৈ পৰিল।

মনে মনে ভাবিছিলোঁ আজিৰ এই সময়খিনি হয়তো ইয়াত কিছু শান্তি পাম। হয়তো এনেদৰে ইয়াত নিজকে বুৰাই ৰাখি মনৰ সঞ্চিত বেদনাৰপৰা পৰিত্ৰাণ পাম। কিন্তু ইয়াতো একে কথা। চিলেটৰ পাৰ্চেণ্টেজ! এন আগ্‌লি ব্ৰাৰ! হেভি লষ্ট্! বিদ্ৰূপ! ঠাট্টা! হাঁহি! সন্দেহজনক দৃষ্টি!

স্বাতীয়ে আকৌ এবাৰ প্ৰস্তাৱটো দিব খুজিছিল।

মই চিঞৰি উঠিলোঁ, “লিভ্ মি এল’ন। মোক আমনি নকৰিবা।”

সম্ভৱতঃ চিঞৰিয়ে কৈছিলোঁ। সাপৰ দৰে ফোঁচ কৰি এটা শব্দ কৰি স্বাতী উঠি গ’ল।

“ব্ৰান ম’ৰ পেগ।”

“ব্ৰান ম’ৰ।”

“ব্ৰান ম’ৰ...”

কোনোবাই কৈছে—‘ৰেডিঅ’ত শুনিলোঁ লামডিঙত পুলিচে গুলী চলাইছে।’

আকৌ গুলী!

আকৌ জুই!

“ব্ৰান ম’ৰ পেগ্।”

সেইদিনা কিমান ৰাতিলৈ মই খাইছোঁ ক’ব নোৱাৰোঁ।

এটা সময়ত মোৰ কান্ধত হাত দি কোনোবাই যেতিয়া মাতিলে, মই দেখিলোঁ প্ৰশান্ত।

প্ৰশান্তক দেখি মই স্বাভাৱিকতে সচেতন হলোঁ।

হাতৰ ঘড়ী চাই গম পালোঁ, ৰাতি বেছ হৈছে।

মানুহ তেতিয়া পাতলি আহিছিল, কিন্তু গোটেই পৰিৱেশটোৰে এটা থমথমীয়া ভাব।

প্ৰশান্তলৈ চাই মই কলোঁ, "তুমি বহা।"

প্ৰশান্তয়ো ইতিমধ্যে গোটেই পৰিৱেশটোকে চম্ভালি উঠিছিল। গতিকেই প্ৰায় কঠিন মাতেৰেই কৈছিল, "তুমি ব'লা অৰিন্দম।"

"কিন্তু—কিয়?"

প্ৰশান্তই মাতটো যথাসম্ভৱ সৰু কৰি কৈছিল, "শুনা, ইয়াৰ অৱস্থা সাঙ্ঘাতিক হৈছেগৈ। তুমি যে ইয়াত আছা সেইকথা কিছুমান মানুহে খবৰ পাইছে। তোমাক হয়তো একো নকৰে, একো নকয়। কিন্তু ধৰি লোৱা যদি কিবা কৰে, কোনোবাই যদি কিবা কয়—তেন্তে তুমি কি কৰিবা? তোমাক লৈ কেইবাঠাইতো উত্তপ্ত আলোচনা হৈছে।"

মইতো জ্ঞান হেৰুওৱা নাই যে প্ৰশান্তৰ কথা মই বুজা নাই। প্ৰশান্তৰ প্ৰতিটো কথাই মোঁৰ কাণত পৰিছিল। প্ৰশান্তৰ উৎকণ্ঠা আৰু চিন্তা মই অনুধাৱন কৰিব পাৰিছিলোঁ আৰু বুজিছিলোঁ। বুজিছিলোঁ মোৰ নিৰাপত্তাৰ বাবে প্ৰশান্ত চৰকাৰৰ ব্যস্ততা।

মই একো কথা নোকোৱাকৈ তাত বহি থাকিব পাৰিলোহেঁতেন।

কিন্তু নেথাকিলোঁ।

নেথাকিলোঁ ছুটা কাৰণত। প্ৰথম কথা, প্ৰশান্তৰ অনুৰোধ উপেক্ষা কৰাৰ সাহস মোৰ নহ'ল। দ্বিতীয়তে, বাৰত বহি মই বিক্ষিপ্তভাৱে শুনা প্ৰতিটো কথাৰ যোগফল এনে এটা পৰিস্থিতি হয়গৈ, যিটো কোনো ফালৰপৰা সহজভাৱে গ্ৰহণীয় নহয়।

প্ৰশান্ত চৰকাৰে মই উঠি অহাত ভাল পালে।

বিলখন পেমেণ্ট কৰিবলৈ লওঁতে প্ৰশান্তই ক'লে, "মই দি দিছোঁ। তুমি আহা।"

প্ৰশান্তৰ স্বভাৱেই তেনেকুৱা।

মই জানো, সেই সময়ত মই প্ৰতিবাদ কৰিলে তেওঁ দপ্ দপাই উঠিব।

নিমাতে মই আগবাঢ়িলোঁ।

টেক্সিত উঠি বহি প্ৰশান্তই ক'লে, "তোমালৈ মই চিঠি এখন দি থৈ আহিছিলোঁ।"

"পাইছোঁ।"

প্ৰশান্তই চিগাৰেট এটা দিলে। নিজেও এটা জ্বলালে। তাৰ পিছত গহীন হৈয়ে সুধিলে, "চিঠিখন পঢ়া নাই নিশ্চয়।"

"নপঢ়িম কিয়, পঢ়িছোঁ।"

শাসনৰ সুৰত প্ৰশান্তই প্ৰশ্ন কৰিলে, "মই বোধহয় ল'ৰা-ধেমালি কৰিবলৈ সেইখন লিখি থৈ আহিছিলোঁ, নহয়?"

মই বুজিছিলোঁ প্ৰশান্ত চৰকাৰৰ ক্ষোভ কোনখিনিত।

হাঁহি কলোঁ, "এইটো কিন্তু তোমাৰ বেছি হৈছে প্ৰশান্ত। মই ঘৰৰপৰা ওলাব নেলাগে, ওলালে মোৰ অনিষ্ট হ'ব। এইবোৰৰ মানে কি? দোষ যিহেতু কোনোৱে কৰা নাই তেন্তে নিজকে দোষী বুলি সাব্যস্ত কৰিম কিয়? আৰু মই ভয়াতুৰ মানুহক ঘিণ কৰোঁ। মই জীৱনক—যেনে আছোঁ—তেনেভাৱে সন্মুখীন হ'ব খোজোঁ। মোৰ স্বৰূপ সলনি কৰি কাপুৰুষৰ দৰে নহয়।"

মই বোধহয় কিছু উত্তেজিত হৈ কথাখিনি কৈছিলোঁ। কাৰণ প্ৰশান্তই মোৰ কথা নিৰ্বিবাদে শুনি গ'ল। প্ৰতিবাদ নকৰিলে।

মই কিছু আহত হলোঁ। গতিকেই সুধিলোঁ, "কি হ'ল, তুমি দেখোন নিমাত হ'লা?"

প্ৰশান্তই সমান্য হাঁহি ক'লে, "তোমাৰ কথাকে শুনিছোঁ। তোমাক মোৰ বুজিবৰ বাকী নাই। কিন্তু মোৰ কথাৰ অন্তৰ্নিহিত অৰ্থ

নোহোৱা নহয়। তুমি কিয় পাহৰি যোৱা যে ময়ো এজন বঙালী মানুহ, মোৰো নিজস্ব বিশ্বাস আৰু নিজৰ তেজৰ প্ৰতি মোহ থাকিব পাৰে ?"

প্ৰশান্তৰ কথাবোৰ কিবা বুজিবলৈ টান লাগি আহিছিল।

চাৰিওফালে ইমান গুজব, ইমান কুৎসা ৰটনা যে কাকো সহজভাৱে বিশ্বাস কৰিব নোৱাৰি। সন্দেহৰ বীজ সৰ্বত্ৰ।

টেক্সিৰে গৈ থাকোঁতে এঠাইত জুম বান্ধি থকা মানুহলৈ দেখুৱাই প্ৰশান্তই ক'লে, "সৌখিনিতে সন্ধিয়া হুলস্থুল হৈ গৈছিল।"

"কিয় ?"

"মুখ্যমন্ত্ৰীৰ এফিজী পুৰিছে।"

মই এন্ধাৰতে প্ৰশান্তৰ মুখলৈ চাবলৈ যত্ন কৰিলোঁ।

প্ৰশান্তৰ মুখৰ কোনো ভাবান্তৰ নাই।

টেক্সি আহি ৰ'লহি।

মই সুধিলোঁ, "এয়া কি ?"

প্ৰশান্তই ক'লে, "মানে ? তোমাৰ ঘৰ। তুমি নামি আহা।"

টেক্সিখন ৰোৱা দেখি ওচৰৰ ডেকা মানুহ কিছুৱে জুম বান্ধি ধৰিলে। মোক দেখি আঁতৰি গ'ল।

ওচৰত সৰু ৰেডিঅ' বাজিছিল।

কলিকতা কেন্দ্ৰ। বাতৰি। সেই একেই বৰ্ণনা। বীভৎস বৰ্ণনা।

প্ৰশান্তই ক'লে, "আহা অৰিন্দম।"

মই কলোঁ, "মই এতিয়াই ঘৰ নোসোমাওঁ।"

প্ৰশান্ত অবাক হ'ল। সুধিলে, "কিন্তু তুমি যাবা ক'লৈ ?"

মই গৰজি উঠিলোঁ, "তুমি এনেদৰে ভয় খাইছা কিয় ? মোৰ নিজৰ স্বাধীনতাৰ ওপৰত তোমাৰ অযথা হস্তক্ষেপ কিয় ? কি বিচাৰা তুমি মোৰপৰা ?"

প্ৰশান্তই এক মুহূৰ্ত মোৰ মুখলৈ চাই টেক্সিখনত উঠি বহিল।

মই কলোঁ, "ৰিলেক্স প্ৰশান্ত। তুমি-মই একো কৰিব নোৱাৰোঁ। মানুহৰ মনৰ ভিতৰৰ পশু-প্ৰবৃত্তি যেতিয়া জাগি উঠে তাক বাধা দিব কোনে? মই মনে মনে এটা আঁচনি পাঙিছোঁ। কিন্তু আজি ৰাতিটোৰ বাবে মোক শান্তি লাগে।"

প্ৰশান্তই মোৰ মনোভাৱ বুজিছিল।

মোৰ মুখৰ কথা কাঢ়ি লৈ সুধিছিল, "তুমি কি ভাবিছা অৰিন্দম?"

মই কলোঁ, "মই ভাবিছোঁ মই অসমলৈ যাম। বিধ্বস্ত সকলো অঞ্চলতে মই ব্যক্তিগতভাৱে গৈ মনৰ আস্থা আৰু সহজ বিশ্বাসকণ হেৰুৱাই পেলোৱা দুই সম্প্ৰদায়ৰ মানুহৰ মাজত পুনৰুদ্ধাৰৰ চেষ্টা কৰিম। অসমীয়া-বঙালী কণ্ঠশিল্পী, নৃত্যশিল্পী, আবৃত্তিকাৰৰ এটি দল লৈ যদি মানুহৰ মাজত সোমাই যাওঁ তেতিয়া কোনে ভাবিব আমাৰ মনৰ সঁচা সম্পৰ্কৰ বান্ধোনটো শিথিল হৈছে বুলি? এই সাংস্কৃতিক অভিযানত কোনো ৰাজনীতি নেথাকিব, থাকিব মাথোন পৱিত্ৰ সম্পৰ্কৰ স্বাক্ষৰ। কেনে পাইছা তুমি?"

প্ৰশান্তই ক'লে, "মই জানো অৰিন্দম, তুমি একমাত্ৰ মানুহ যি কৰোঁ বুলিলে চব কৰিবা পাৰিবা। নভেল আইডিয়া। কিন্তু মোৰ এটা কথা মাত্ৰ তুমি ৰাখা।"

"কি কথা?"

"তুমি আজি ৰাতিটো শান্তিত ঘৰতে থাকা। ইউ শ্বুড্ নট্ মুভ্ প্লিজ।"

টেক্সি চলি আছিল। লক্ষ্যহীনভাৱে প্ৰশান্তই এটাৰ পাছত এটাকৈ ঠাইৰ নাম কৈ গৈছিল।

মই কলোঁ, "তুমি মোক ভুল বুজিছা প্ৰশান্ত। মই মানুহক মুখামুখিভাৱে লগ পাব খোজোঁ। আঁৰৰপৰা নহয়। তুমি মোৰ স'তে ওলোৱা, দেখিবা মানুহৰ মনৰ শুভ-বুদ্ধি আৰু শুভ-চেতনাৰ এতিয়াও মৃত্যু হোৱা নাই।"

প্ৰশান্তই মোৰ মুখলৈ চোৱা নাছিল।

মোৰ হাত এখন প্ৰশান্ত চৰকাৰৰ হাতৰ মুঠিত।

মই কলোঁ, "ব'লা, আই ৱান্ট্ ম'ৰ ড্ৰিঙ্কচ্।"

প্ৰশান্তই ক'লে, "ঘৰলৈ ব'লা।"

"জহন্নামে যাওক তোমাৰ ঘৰ। পৃথিৱীত আৰু এনে ঠাই নাই নেকি য'ত শান্তিৰে তুমি আৰু মই, আমাৰ ভিতৰতে সময় কটাব পাৰোঁ। এই ৰাজনীতি, এই হত্যা, এই বাক-বিতণ্ডাৰ বহু দূৰত ?"

প্ৰশান্তই এক মুহূৰ্ত ভাবিলে।

তাৰ পিছত ক্'লে, "মোৰ ঘৰলৈ তোমাক নিব নোৱাৰোঁ। সকলো মানুহতো প্ৰশান্ত চৰকাৰ নহয়। সময়টোও বৰ বেয়া। ঠিক আছে, ব'লা, এনে ঠাইলৈ যাম—য'ত তুমি কিন্তু ঘুণাক্ষৰেও তোমাৰ নিজৰ পৰিচয় নিদিবা। সেই ঠাই এইবোৰতকৈও ভয়াবহ।—ড্ৰাইভাৰ !"

"জী চাব।"

প্ৰশান্ত চৰকাৰে ক'লে, "গাড়ী ঘুমা লিজীয়ে।"

টেক্সি ঘূৰিছিল।

---

দূৰৈত ৰঙা-নীলা নিয়ন চাইনবোৰ্ডৰ আটক্-ধুনীয়া ডিজাইনবোৰ ৰাতিৰ এন্ধাৰ আকাশ পোহৰ কৰি খন্তেক উদ্ভাসি আকৌ নোহোৱা হৈ গৈছিল। বাটত গাড়ীৰ ভিৰ। মানুহৰ ব্যস্ততা।

ট্ৰেফিক জামৰ বাবে ৰৈ যোৱা টেক্সিৰ ভিতৰলৈ কাষতে থিয় হৈ ৰোৱা মানুহে একোবাৰ চায়। হয়তো সদায় তেনেদৰে চাই আহিছে। কিন্তু আজি তেনেদৰে চোৱাৰ মাজত যেন এটা বিশেষ অৰ্থ লুকাই আছে !

গাড়ী চিত্তৰঞ্জন এভিনিউ হৈ আগবাঢ়িছিল।

মই প্ৰশান্তক সুধিলোঁ, "তুমি কেতিয়াবা গৈ গঙ্গাৰ পাৰত অকলশৰে বহিছা নে প্ৰশান্ত ?"

প্ৰশান্তই ক'লে, "বহিছোঁ।"

"কেনে লাগে তোমাৰ ? মানে—কি ভাব হয় তোমাৰ ?"

অলপ অপ্ৰস্তুত হোৱাৰ দৰে প্ৰশান্তই ক'লে, "মোৰ আকৌ কি ভাব হ'ব ?"

মই কলোঁ, "ভাব কিবা নিশ্চয় মনলৈ আহে। মাথোন প্ৰকাশ নকৰা। আজি মই তোমাক পোৱাৰ কিছু আগতে গৈ অকলশৰে গঙ্গাৰ পাৰত বহিছিলোঁগৈ। মনটো জুৰ পৰি গৈছিল। নৈৰ বিশালতা আৰু গহীন ৰূপে মানুহৰ মনৰ কলুষতা বহু ধুই নিয়ে। আমি নৈক বুজিবলৈ চেষ্টা নকৰোঁ বাবে হে। নৈৰ মাজতে সমন্বয়ৰ, মানৱতাৰ, ঐতিহ্যৰ, সংস্কৃতিৰ, সভ্যতাৰ সকলো বীজ নিহিত আছে।"

মোৰ কথাই প্ৰশান্তক আকৰ্ষণ কৰিছিল নে নাই মই নেজানো। কিন্তু কৈ মোৰ ভাল লাগিছিল। মই কৈছিলোঁ, "আমাৰ অসমতো এখন নৈ আছে। নাম ব্ৰহ্মপুত্ৰ। তেতিয়া গঙ্গাৰ পাৰত বহি বহি মই মাথোন ভাবিছিলোঁ আমি হে এইবোৰ বিভেদ, বিৰোধ সৃষ্টি কৰিছোঁ। অথচ যুগ-যুগান্তৰ বৈ অহা, দুৰ্বাৰ গতিৰে দুয়োপাৰ সজীৱ কৰি শস্য-শ্যামল কৰা এই দেশৰ এই নৈবোৰৰতো বিৰোধ নাই, বিক্ষোভ নাই।"

গাড়ী আহি এটা ঠাইত ৰ'ল।

প্ৰশান্তই মিটাৰ চাই পইচা দিলে।

দুৱাৰ খুলি মোক মাতিলে, "আহা।"

"কিন্তু ক'লৈ ?"

প্ৰশান্ত চৰকাৰে মোৰ কথালৈ ভ্ৰূক্ষেপ নকৰি কৈছিল, "অৰিন্দম, তুমি অসমীয়াতে একেবাৰে কথা নক'বা। সাৱধান—কোনোৱে যেন তোমাক চিনি নেপায়। আহা।"

মোৰ হাঁহি উঠিছিল।

হাঁহি উঠিছিল মোৰ প্ৰতি প্ৰশান্তৰ অস্বাভাৱিক মৰম দেখি। বেচেৰা! তাৰ চাগে ভীষণ ভয় হৈছে মই যিহেতু অসমীয়া মানুহ, পৰিৱেশ যিহেতু ইমান উত্তপ্ত, কিবা অঘটন ঘটিবও পাৰে।

মানুহৰো যে মন। আমি বাৰু লাহে লাহে পশুৰ শাৰীলৈ নামি গৈছোঁ নেকি ?

কিন্তু এয়া কি ?

মোক ইয়ালৈ আজি কিয় আনিছে প্ৰশান্তই ?

কিহৰ বাবে ?

মইতো মাথোন আজি ৰাতিটো কিছু শান্তিৰে নিজকে পাহৰি থাকিব খুজিছিলোঁ। মোৰ মাজত একুৰা জুই জ্বলিছিল। সেইকুৰা জুই প্ৰশান্তহঁতে ভবাৰ দৰে আৰু দহজন মানুহৰ মনৰ জুই নহয়।

মোৰ জুই, মোৰ নিজৰ বেদনাৰ জুই। মোৰ মানুহ, মোৰ দেশখন, মোৰ নৈখন, মোৰ পথাৰখন, মোৰ নামঘৰৰ ভেটিটো অন্য কাৰোবাৰ অবাঞ্ছিত পদধ্বনি আৰু চিঞৰ-বাখৰে অপৱিত্ৰ কৰাৰ বেদনাৰ জুই।

বৰ ভয়াবহ এইকুৰা জুইও।

বৰ ভয়াবহ।

প্ৰশান্তই কৈছিল, "তোমাৰ কোনো আপত্তি মই নুশুনো অৰিন্দম। মই এই ঠাইৰ মাজলৈ নিজকে সকৰাবলৈ গুচি আহিছোঁ। মোৰো মনটো আজি অশান্ত। তুমি মোৰ বন্ধু বুলি সকলোৱে জানে। গতিকেই বহু কথা, বহু কুৎসিত মন্তব্য ময়ো শুনিবলগীয়া হৈছোঁ। আজি তোমাৰ দৰে ময়ো হেৰাই যাব বিচাৰোঁ। প্ৰকাশ্যে নহ'লেও আমি সংগোপনে জানো এই ৰাতিটো নিবিড়ভাৱে আগৰ দৰেই দুজন বন্ধু হৈ থাকিব নোৱাৰোঁ ?"

মই ভাবিছিলোঁ, মোৰ দৰে প্ৰশান্তৰো বুকুত একুৰা জুই জ্বলিছে।

ইমান দিনৰ অন্তৰঙ্গতা, ইমান দিনৰ সহজ আন্তৰিকতাৰ পিছত আজি হঠাতে প্ৰশান্ত চৰকাৰৰ দৰে ঘনিষ্ঠ বন্ধু এজনেও মোক, নিজৰ দুৰ্বলতা ঢাকি সান্ত্বনা দিবলগীয়া হৈছে ভুল নুবুজিবলৈ।

হয়তো প্ৰশান্ত নিজেও মনৰ ফালৰপৰা সহজ হ'ব পৰা নাই চাৰিওফালৰ পৰিস্থিতিৰ বাবে।

আমি তুয়ো আগবাঢ়িছিলোঁ।

মানুহৰ সমাগমেৰে ঠাইখিনি খদম্‌দমাই আছে।

প্ৰশান্তই কৈছিল, "মোৰ বাবে এই ঠাইত আকৰ্ষণ আছে। তোমাৰ আপত্তি নাইতো অৰিন্দম?"

মোৰ মূৰটো অলপ অলপ কামুৰিছিল।

বিভিন্ন ঘৰৰ বাৰাণ্ডাত একো-একোখন মুখ।

ক'ৰবাৰপৰা গানৰ কলি ভাহি আহিছে, ক'ৰবাত ৰেডিঅ' বাজিছে। ক'ৰবাত তৰ্ক হৈছে।

ৰাতিৰ এন্ধাৰৰ জোনাকী পৰুৱাৰ জাক এইবোৰ।

মই প্ৰশান্তক কলোঁ, "এটা কথা প্ৰশান্ত। মোক মাথোন ড্ৰিংকচ্‌ লাগে, আৰু একো নাই। আৰু কোনো মানুহে মোক আমনি কৰিব নেলাগিব। কোনোৱে মোক বিৰক্ত কৰিব নেলাগিব।"

প্ৰশান্তই হাঁহি কৈছিল, "মই জানো অৰিন্দম। সেইবাবেই তোমাক ইয়ালৈ লৈ আহিছোঁ। কোনোৱে চিনি নেপাব তোমাক। শান্তিত কিছুসময় অন্ততঃ কটাব পাৰিবা।"

আগবাঢ়িছিলোঁ আমি।

নামি আহিছিল কিছুমান।

কি বিচিত্ৰ এই জীৱন! ক'ৰবাত মানুহ জ্বলিছে, ক'ৰবাত মানুহৰ মন জ্বলিছে, আৰু ক'ৰবাত ক্ষুধাৰ জুই জ্বলিছে। পেটৰ নহয়, দেহৰ ক্ষুধা!

মনৰ জুই।

দেহৰ জুই।

মাথোন জুই।

প্ৰশান্তই মোক এটা ঘৰৰ ভিতৰলৈ লৈ গ'ল।

কাষতে বৈ থকা কোনোবা এগৰাকীয়ে ক'লে, "চাচোন তোৰ ঘৰলৈ কোন আহিছে?"

মেকুৰী-পোৱালি এটা কোলাত লৈ কাৰোবাৰ মুখৰ এইকেইটি কথা কাণত পৰিল, "মোৰ ঘৰৰ সমুখেদিয়েতো পাৰ হৈ গ'ল।"

প্ৰশান্তই মোক একোবাৰ ঘূৰি ঘূৰি চাই গৈছিল।

এটা ঘৰৰ সমুখত ৰৈ গ'ল প্ৰশান্ত।

বাৰাণ্ডাখন এন্ধাৰ আছিল।

বন্ধ দুৱাৰখনৰ ফালে চাই প্ৰশান্তই চিগাৰেট এটা জ্বলালে।

বাৰাণ্ডাৰ লাইট এটা জ্বলি উঠিল। মোৰ চকু গ'ল বন্ধ দুৱাৰলৈ। দুৱাৰৰ ওপৰতে লিখা আছে "শ্ৰীশ্ৰীদুৰ্গায় নমঃ।"

বাহিৰত কোনোবাই চিঞৰি গান গাই গ'ল।

আমাৰ ওচৰেদি কোনোবা এজনী পাৰ হৈ গ'ল।

মানুহ এজন আহি প্ৰশান্তক দেখি চালাম দিলে। প্ৰশান্তই গহীন হৈ ঘড়ীটোলৈ চালে।

মোৰ অসহ্য লাগি আহিছিল। মূৰৰ ভিতৰত যেন এটা ডাঙৰ পোকে মুক্তি বিচাৰি কিল্‌বিলাই ফুৰিছে। তাৰ অসহ্য দংশনত মই যেন বিভ্ৰান্ত।

দুৱাৰত আকৌ শব্দ কৰিলে প্ৰশান্তই।

এইবাৰ দুৱাৰখন খুলি গ'ল। দুৱাৰখন খুলি দিলে এজনী ছোৱালীয়ে।

প্ৰশান্ত সোমাই গ'ল, লগে লগে মই।

সুন্দৰভাৱে সজোৱা কোঠালীটোৰ এটা কোণত থকা তাকিয়া দিয়া সুন্দৰকৈ সজোৱা বিচনাখনত বহিলগৈ প্ৰশান্ত। মই ৰৈ থকা দেখি মোক মাতিলে, "কি হ'ল তোমাৰ? আহা।"

মই সোমাই গৈছিলোঁ।

পৰিৱেশটো বৰ ভাল লগা নাছিল।

সুন্দৰকৈ হাঁহি ছোৱালীজনীয়ে নমস্কাৰ দিলে। প্ৰতি-নমস্কাৰ দি ময়ো বহিলোঁ। বিচনাখনত নহয়, ওচৰৰ কুশ্যন থকা ডিভানখনতে। ছোৱালীজনীয়ে দৰজাখন বন্ধ কৰি দিলে। কোঠালীটোৰ ভিতৰত

এটা উজ্জ্বল পোহৰৰ লাইট জ্বলি আছিল। মই দুবাৰমান সেইটোৰ ফাললৈ চোৱা বাবেই নেকি ছোৱালীজনীয়ে সুন্দৰ বঙালীতে সুধিলে, "চকুত লাগিছে, নহয় ?"

মই মূৰ জোকাৰিছিলোঁ।

ছোৱালীজনী গৈ একোণত থকা পাতল পীতাভ ৰঙৰ ষ্টেণ্ডিং লাইট এটা জ্বলাই দিলে। মই ভাল পালোঁ। পাতল হালধীয়া পোহৰৰ মাজত মোৰ মুখখন মই যিমান পাৰোঁ লুকুৱাবলৈ যত্ন কৰিলোঁ।

ছোৱালীজনীয়ে মোলৈ বৰ মন কৰা নাছিল। বাৰে বাৰে মাথোন চাইছিল প্ৰশান্ত চৰকাৰলৈ। মনৰ আও-ভাওতঁ অনুমান হ'ল ছোৱালীজনী প্ৰশান্তৰ নিশ্চয় পুৰণি চিনাকি।

প্ৰশান্তই মোলৈ দেখুৱাই ক'লে, "মোৰ বন্ধু।"

এইবাৰ ছোৱালীজনীয়ে মোলৈ চাবলৈ যত্ন কৰিলে। মই উঠি গৈ তেতিয়া ওচৰতে থকা বুক্ চেল্ফতে সুন্দৰভাৱে পৰিপাটিকৈ সজাই থোৱা কিতাপবোৰ চোৱাত ব্যস্ত আছিলোঁ। বিভিন্ন কিতাপৰ সংমিশ্ৰণ।

তাৰ পিছত প্ৰশান্তই ক'লে, "তুমি তেন্তে ইয়াতে বহা অৰিন্দম। মই অলপ ঘূৰি আহোঁ।"

"তুমি যাবা ক'লৈ ?"

"কিয় ?"

"ময়ো যাম।"

প্ৰশান্তই প্ৰায় বহাৰপৰা উঠিব খোজা মোক আকৌ বহুৱাই দি ক'লে, "ড'ণ্ট বি চিলি, অৰিন্দম। তুমি বহা, খোৱা, গান শুনা। ৰিলেক্স। আৰু ময়ো ৰিলেক্স কৰোঁ। দেন্ উই শ্ব্যাল প্ৰচিড্ টুগেদাৰ এট্ ডেড্ নাইট। অ'-কে ?"

মোক কোনো কথা ক'বলৈ সুযোগ নিদি প্ৰশান্ত ওলাই গ'ল। লগে লগে ছোৱালীজনীও।

কোঠালীটোত কিছুসময়ৰ নীৰৱতা, বাহিৰত ফুচ্‌ফুচাই কথা কোৱাৰ শব্দ। চিলিং ফেনখনৰ নিজস্ব শব্দৰ মাজতো মই বুজিছিলোঁ প্ৰশান্তই কথা কৈছে বেছি।

কি কথা বাৰু? কি এনে গোপন কথা যে প্ৰশান্ত চৰকাৰে এনেদৰে মোক নকৈ সেইজনী ছোৱালীক ইমান আন্তৰিকতাৰে ক'বলৈ লৈছে? তাকো এনেদৰে এই ঠাইত।

ষড়যন্ত্ৰ নহয়তো!

ভয় নাই, কিন্তু হোৱাটো আচৰিত নহয়। ঘৰৰ সাপ বৰ সাজ্ঘাতিক। মোক এনেদৰে এই ঠাইৰ মাজত আনি মেলি দিয়াৰ কোনো উদ্দেশ্য নাইতো?

প্ৰশান্তক অবিশ্বাস কৰাৰ কোনো প্ৰশ্নই নুঠে। কিন্তু এই ছোৱালীজনী?

সোমাই আহিছিল ছোৱালীজনী।

মই ডিভানখনতে কুশ্যন এটা লৈ এনেয়ে বাগৰি আছিলোঁ।

ছোৱালীজনী সোমাই অহাটো আন্দাজতে উমান্ লৈ প্ৰশান্তই অসমীয়াতে কথা ক'বলৈ বাধা দিয়া কথা মনত পেলাই বঙালীতে মই কলোঁ, "ড্ৰিঙ্কচ্ আনা।"

চেণ্ডেল এপাত চুঁচৰি যোৱাৰ শব্দ।

হাতৰ চুৰীৰ মিঠা এটি কঁপনি। বেল ফুলৰ এটি আৱেশসনা সুগন্ধ মোৰ কাষেদি পাৰ হৈ গ'ল।

হঠাতে মোৰ কিবা এটা ভাব হ'ল।

একেজঁাপে উঠি গৈ ষ্টেণ্ডিং লাইটটোৰ চুইচটোৰ ওচৰ চাপিলোঁ। অফ্ কৰিবলৈ গৈ মই থমকি ৰলোঁ। একেবাৰে এন্ধাৰ হোৱাটো উচিত নহ'ব। ওচৰতে পোৱা কাগজ এখন লাইটটোৰ শ্বেডৰ এটা ফালে দি দিলোঁ। কোঠালীটো অপেক্ষাকৃতভাৱে এন্ধাৰ হৈ গ'ল। দূৰৈৰপৰা ঢাকি দিয়া কলিকতীয়া কাগজৰ আকৌ সেই চাঞ্চল্যকৰ হেডিং চকুত পৰিল।

অপপ্ৰচাৰ! বিষোদ্গাৰ!

মই আকৌ ডিভানখনত বহিলোঁ।

মূৰটো কামুৰিছিল। ভিতৰৰ পোকটোৰ কিল্‌বিলনি বেছি হৈছে। অসহ্য! প্ৰশান্ত গ'ল ক'লৈ?

ছোৱালীজনী সোমাই আহিছিল। আহিয়ে কোঠালীটো অস্বাভাৱিক ধৰণৰ পাতল এন্ধাৰ দেখি তৎক্ষণাত সেইটো কোণলৈ চকু দিলে, য'ত ষ্টেণ্ডিং লাইটটো আছে। ঢাকি থোৱা কাগজখনলৈ চাই সামান্য হাঁহি আকৌ বঙালীতে সুধিলে, "আপোনাৰ পোহৰ ভাল লগা নাই বোধহয়?"

পোহৰ বেয়া পায় কোনে? মই ভাল পাওঁ। কিন্তু আজিৰ এই বিশেষ ৰাতিটো মোৰ বাবে এন্ধাৰ ভাল। এন্ধাৰ, নিজকে নেদেখা এন্ধাৰ!

মানুহ এজন সোমাই আহিছিল। সুন্দৰকৈ ট্ৰে এখনত সজাই আনিছিল গিলাচ আৰু বটল।

ছোৱালীজনী তেতিয়াও বহা নাছিল।

উদ্বিগ্ন হৈ মাথোন হাতৰ ঘড়ীটোলৈ চাইছিল। হয়তো কাৰোবাৰ অপেক্ষাত আছে। মইতো অনাহূত, অনাকাঙ্ক্ষিত আলহী।

মই ডিভানখনতে বাগৰি ওপৰলৈ চাই আছিলোঁ। লাইটৰ শীৰ্ণ পোহৰৰ স্তূপটোক ঘূৰ্ণায়মান ফেনখনে দিয়া বিভিন্ন আকৃতি উপভোগ কৰিছিলোঁ।

ছোৱালীজনীয়ে মোৰ ওচৰতে টিপয় এখন দিলে। গিলাচ, বটল সকলো সাজু কৰি ক'লে, "খাওক।"

মই উঠি বাকি লৈছিলোঁ।

বহুসময় বন্ধ পানীৰ মাজত ছট্‌ফটাই থাকি হঠাতে যেন মুক্তিৰ স্বাদ।

কোঠালীটোৰ সেই বন্ধ পৰিৱেশ অলপ আগতে যিদৰে মোৰ বাবে অসহ্য যেন বোধ হৈছিল, এতিয়া সেই ভাব আৰু নাই। দিনটোৰ

এই অস্বাভাৱিক মানসিক যন্ত্ৰণা আৰু অশান্তি যেন আজিৰ ৰাতিটোৰ এই আচহুৱা ঘৰৰ, আচহুৱা পৰিৱেশৰ নিবিড় সান্নিধ্যত কেনিবা হেৰাই গ'ল।

মই শান্তিৰে উশাহ ললোঁ।

ছোৱালীজনী আকৌ উঠি গ'ল।

বাহিৰত নানান চিঞৰ-বাখৰ, মিশ্ৰিত হাঁহিৰ টুকুৰা, অস্ফুট কথা-বতৰা।

শব্দ এটা হ'ল।

খিৰিকী দুখন খুলি দিলে ছোৱালীজনীয়ে। নেটৰ পিঙ্ক্ ৰঙৰ পৰ্দাবোৰ কোঁচাই দিলে। বাহিৰৰ চেঁচা পাতল বতাহ এজাক সোমাই আহিল।

মই ছোৱালীজনীলৈ চালোঁ।

আপোনমনে খিৰিকীয়েদি তললৈ চাই আছে।

হঠাতে ব্যস্ত হৈ "অলপ ৰ'ব" বুলি ছোৱালীজনী নামি গ'ল।

মই বুজি নেপালোঁ। নিজকে কিবা ৰহস্যৰ মাজত সোমোৱা যেন লাগিছিল। ছোৱালীজনীৰ এই ছট্‌ফটনিৰ কোনো কাৰণ মই নুবুজিলোঁ।

গিলাচটোৰ পানীয়খিনিৰ ৰংটো ৰঙচুৱা যেন লাগিল।

তেজৰ ৰং কেনেকুৱা বাৰু।

নিৰ্দোষী মানুহৰ তেজৰ ৰং দোষী মানুহৰ তেজতকৈ বেলেগ নে? নিশ্চয় নহয়।

মোৰ মগজুত নানান চিন্তাৰ হেন্দোলনি। দিনটোৰ গোটেইবোৰ ঘটনা আহি যেন মোৰ মগজুত থুপ খাইছেহি। শান্তি নেপাম নেকি?

প্ৰশান্ত ক'লৈ গ'ল?

ছোৱালীজনী সোমাই আহিছিল। আহিয়ে মুখখন অস্বাভাৱিক গম্ভীৰ কৰি বিচনাতে বহিল। হাততে পোৱা চুপাৰি এটুকুৰা মুখলৈ

দলিয়াই গহীন হৈ বহি থকা ছোৱালীজনীলৈ মই এবাৰমান চাই আকৌ মুখ ওভোতাই ললোঁ।

কি ভাবিছে বাৰু তাই ?

মোৰ কথা কি ভাবিছে বাৰু ?

কোনো ভাবান্তৰ কিয় নাই মুখমণ্ডলত ?

মই সঁচা কথা ক'বলৈ গ'লে ছোৱালীজনীলৈ ইমান সময় ভালদৰে মন কৰাই নাছিলোঁ।

লাইটৰ ম্লান পোহৰত তাই মোৰ ফালে মুখ দি বহিছিল। সেই পোহৰৰ ম্লান ৰঙে তাইৰ মুখখন ভালদৰে চোৱাৰ মোক সুবিধা দিয়া নাছিল। নীৰৱতাৰ মাজত বহুসময় কাটি গ'ল, মই একো কথা কোৱা নাছিলোঁ। ছোৱালীজনীয়েও।

মনে মনে মই ভাবিছিলোঁ, কি দৰকাৰ কথা পতাৰ ? মইতো আহিছোঁ মাথোন আজিৰ ৰাতিটোৰ চিন্তাৰ যন্ত্ৰণাৰপৰা মুক্তি পাবলৈ। কথা ক'বলৈ আৰু ইচ্ছা নাই। সেই একেবোৰ কথাৰ কৈফিয়ৎ দি দি মোৰ অসহ্য বোধ হৈছিল। মানুহৰ যে মনৰ গতি-প্ৰৱাহ।

নৈত ঘঁৰিয়াল থাকে সঁচা। নিৰ্দোষ, নিবোকা অন্য প্ৰাণীও জানো একে পানীতে নেথাকে ? পিছে সমাজ-নৈৰ বহল তলিত থকা ঘঁৰিয়ালবোৰ বৰ সাজ্ঘাতিক। বৰ তীক্ষ্ণ তাৰ দাঁত। বৰ কুৎসিত তাৰ চেহেৰা ! বৰ ভয়াবহ তাৰ বিষ !

"কি ভাবিছে আপুনি ?"

চিগাৰেট খাই ওপৰলৈ মুকৈ শুই থকা মোৰ ফালে চাই প্ৰশ্ন কৰিলে ছোৱালীজনীয়ে। মই জঁাপ মাৰি উঠি বহিলোঁ।

ছোৱালীজনী মোৰ ডিভানখনৰ ওচৰলৈ এটি শান্তিনিকেতনী মুঢ়া লৈ ওচৰ চাপি বহিছিল। খালী হৈ পৰা গিলাচটো সঘনে ভৰাই দিছিল।

মই ভাবিলোঁ মোৰ অন্যায় হৈছে। ছোৱালীজনীৰ এই কমটো

মই অধিকাৰ কৰি মোৰ ইচ্ছামতে, মই যি ইচ্ছা তাকে কৰি যাম আৰু তেওঁ নীৰৱ দৰ্শক হৈ ৰ'ব কিয়? অন্ততঃ মোক সঙ্গ-সুখ দি এই নিসঙ্গ মুহূৰ্তৰ অভাৱনীয় মনোবেদনাৰ উপশম কৰোৱাত ছোৱালী-জনীৰ অৱদান মই অস্বীকাৰ কৰিম কি যুক্তিত?

মই কলোঁ, "একো ভবা নাই।"

ছোৱালীজনীয়ে মিঠাকৈ হাঁহিলে। শব্দ কৰি। ঠিক সাৱধানে হাতত লৈ থকা ৰংপানী ভৰোৱা ফিচ্ কাৰ্বাৰপৰা যেনেদৰে অসতৰ্ক মুহূৰ্তত ৰং ওলাই যায় তেনেদৰে।

মই এবাৰ ছোৱালীজনীৰ মুখলৈ ভালদৰে চালোঁ।

মোৰ চকুৱে ভুল দেখা নাছিল। সেইখন অনন্যসুন্দৰ মুখ। সুদীৰ্ঘ একোছা চুলি, ভৰপূৰ দেহ-সৌন্দৰ্যৰে ছোৱালীজনীৰ ৰূপৰ এক স্নিগ্ধ জ্যোতি যেন বিচ্ছুৰিত হৈছিল।

এইবাৰ মিঠাকৈ হাঁহি সুধিলে, "কি চাইছে?"

এইবাৰ মই একো চোৱা নাই বুলি ক'ব নোৱাৰিলোঁ।

কাৰণ মই ছোৱালীজনীৰ মুখলৈ অবাক হৈ চাইছিলোঁ।

অলপ সময়ৰ আগতে হয়তো গা ধুই উঠি প্ৰসাধন কৰিছে। সমগ্ৰ মুখমণ্ডলত এক স্নিগ্ধ ৰূপৰ জ্যোতি। চুলিত বেল ফুলৰ মালাৰ কুণ্ডলী। থুঁতৰিত এটা ক'লা তিল। স্পষ্ট।

ছোৱালীজনীয়ে একেথৰে মোৰ মুখলৈ কিছুসময় চাই হঠাতে আকৌ হাতৰ ঘড়ীটোলৈ চোৱা মোৰ দৃষ্টিত নপৰাকৈ নেথাকিল।

মই সুধিলোঁ, "কোনোবা আহিব নেকি?"

চুৰ কৰি হঠাৎ ধৰা পৰা মানুহৰ দৰে ছোৱালীজনীয়ে সুধিলে, "আপুনি জানিলে কেনেকৈ?"

মই কলোঁ, "অথনিৰেপৰা তুমি ব্যস্ত হৈ আছা ঘড়ীটোলৈ।"

মোৰ কথাত সামান্য যেন ক্ষুণ্ণ হ'ল ছোৱালীজনী।

ক'লে, "আহিব পাৰে, আহিলেও ক্ষতি নাই।"

মই কলোঁ, "ক্ষতি আছে।"

ছোৱালীজনীয়ে মোৰ মুখলৈ চালে।

মই কলোঁ, "মোক কোনোৱে ডিষ্টাৰ্ব্ কৰিব নেলাগিব, নহ'লে মই যামগৈ। প্ৰশান্ত ক'ত?"

ছোৱালীজনী ব্যস্ত হৈ উঠিল। মোৰ কথা শেষ নৌহওঁতেই কৈ উঠিল, "নাই নাই, আপুনি নেযাব। আৰু আপুনি যাব খুজিলেও—"

ৰৈ গৈছিল।

মোৰ সচেতন কাণে ঠিকেই শুনিছিল। মই শুনিছিলোঁ ছোৱালীজনীয়ে কি কৈছে। মই সুধিলোঁ, "তুমি কি ক'লা? মই যাব খুজিলেও…তুমি কি ক'লা?"

মোৰ মুখলৈ খন্তেক নিটাল মাৰি চাই থাকি ছোৱালীজনীয়ে কৈছিল, "আপুনি যাব নোৱাৰে।"

কথাষাৰ কৈয়ে ছোৱালীজনীয়ে অদ্ভুত হাঁহি এটা মাৰি মোৰ মুখলৈ তীৰ্যক দৃষ্টি হানি আঁতৰি গ'ল। কোঠালীটোত মই অকলশৰে এটা পিঞ্জৰাবদ্ধ চৰাইৰ দৰে ছট্‌ফটাই থাকিলোঁ।

কি উদ্দেশ্য ছোৱালীজনীৰ?

কথাবোৰ দেখোন ৰহস্যাবৃত। ভাব-ভঙ্গীত দেখোন অস্বাভাৱিক ক্ষিপ্ৰতা।

বাহিৰত হুলস্থূল এটা চলিছিল। চিএঞৰ-বাখৰ। মটৰৰ তীব্ৰ হৰ্ন।

শূন্য গিলাচটোত আৰু ঢালি লৈ মই খিৰিকীৰ ওচৰলৈ গলোঁ। কিবা এটা ভাবি লাইটটো মই অফ্ কৰি দিলোঁ।

সমগ্ৰ কোঠালীটো এন্ধাৰত বুৰ গ'ল।

ওচৰৰ পেট্ৰল পাম্পৰ বিজ্ঞাপনৰ নিয়ন চাইন-ব'ৰ্ডৰ সুগভীৰ পোহৰৰ ৰেখা খিৰিকীৰে স্পষ্ট দেখা গ'ল। মন্দিৰৰ ঘণ্টাধ্বনিয়ে ঠাইখিনি গহীন কৰি তুলিলে।

মই ভাবিলোঁ, যোৱাই ভাল।

তাতকৈ গঙ্গাৰ বিস্তীৰ্ণ পাৰ বহু ভাল। নদীৰ নীৰৱতাই মানুহক চিন্তাৰ সমল দিয়ে। নদীৰ গতিয়ে মানুহৰ শামুকীয়া গতিত ক্ষিপ্ৰতা আনি দিয়ে। মুকলি বতাহত মনটো শান্ত হ'ব।

মিঠা গোন্ধ এটা আহিল।

মই উভতি চালোঁ।

ছোৱালীজনী।

অন্য এখন খিৰিকীৰ মুখত থিয় হৈছে। লোৰ চিক্‌কেইডালৰ মাজত নিজৰ ভৰপূৰ মুখখন সুমুৱাই দি চাই ৰ'ল। মই বুজিছিলোঁ, অৰ্থহীন সেই চাৱনি।

মই সুধিলোঁ, "তোমাৰ নাম কি ?"

লোৰ চিক্‌কেইডালৰ মাজৰপৰা মুখখন আঁতৰ নকৰাকৈয়ে ছোৱালীজনীয়ে ক'লে, "খুব দৰকাৰ নেকি আপোনাৰ ?"

মই হাঁহি কলোঁ, "কথা পাতিবলৈ সুবিধা হ'ব।"

মুখখন মোৰ ফাললৈ ঘূৰাই ক'লে, "তেন্তে যি কোনো নাম এটা দি ল'লেই হ'ল।"

এন্ধাৰৰ মাজত ছোৱালীজনীক ভাল লাগিছিল।

চুলিৰ বেশ আৰু বেল ফুলৰ কুণ্ডলীৰপৰা মিঠা সুবাস এটি উৰি উৰি আহিছিল।

কিছুসময় মোৰ মুখলৈ একেথৰে চাই ছোৱালীজনীয়ে ক'লে, "ক'তা—মোৰ নাম নিদিলে যে !"

"তোমাৰ নাম এটা আছে, মই নতুন নাম দিম কিয় ?"

"দিয়ক।"

"কিয় ?"

"মোৰ ভাল লাগিব।"

ভাল লাগিব ! এইটো কোঠালীৰ চাৰি-বেৰৰ মাজত যাৰে ইচ্ছা তেৱেঁ আহি এইজনী ছোৱালীক যি কোনো নাম এটা দি যাব পাৰে, তাত ভাল লাগিবলৈ কিটো আছে ?

মই কলোঁ, "তুমি কথা কোৱা যদি কৈ যোৱা, মই শুনি যাম। নহ'লে মই যামগৈ।"

হাঁহি উঠিল ছোৱালীজনী। সেই একেই হাঁহি।

অন্ধাৰ কোঠালীটোৰ একোণৰ বিচনাখনত হঠাতে বাগৰি ছোৱালীজনীয়ে ক'লে, "আপুনি ওচৰলৈ আহক। মই কথা ক'ম, ব—হু—তো।"

মই ইতিমধ্যে চুইচটোত হাত দিছিলোঁ।

এইবাৰ লাইটটো জ্বলাই দিলোঁ। ষ্টেণ্ডিং লাইটটো জ্বলি উঠিল।

বিচনাত বাগৰি থকা ছোৱালীজনীয়ে হাঁহি হাঁহিয়ে ক'লে, "প্ৰশান্তবাবুই ঠিকেই কৈছে।"

"কি কৈছে?"

প্ৰয়োজনতকৈ মোৰ মাতটো কঠিন হৈ ওলাইছিল। শূন্য গিলাচটোত বটলটোৰ শেষ বিন্দুকণ ঢালি দি মই চিঞৰি সুধিলোঁ, "নোকোৱা কিয়, কি কৈছে প্ৰশান্তই?"

ছোৱালীজনী সংযত হৈ বহিল। তাৰ পিছত শাৰীৰ আঁচলটো ঠিক কৰি ক'লে, "মোক আপুনি মিছাকৈয়ে খং কৰিছে।"

ষ্টেণ্ডিং লাইটটোৰ শেডৰ ওপৰেদি দিয়া বঙালী কাকতখনৰ বিপৰীতকালৰ লাইটৰ পোহৰে উজলাই তোলা কথাবোৰ মোৰ চকুত পৰিছিল।

কি অপপ্ৰচাৰ!

ইয়াতো শান্তি নাই।

মই বহিছিলোঁ। ছোৱালীজনীয়ে একেথৰে মোৰ মুখলৈ চাই ৰৈছিল। অদ্ভুত সেই চাৱনি।

মই কলোঁ, "আক দিয়া ড্ৰিঙ্কচ্।"

মোৰ চকুলৈ অলপ সময় চাই ছোৱালীজনী উঠি যাব ধৰোঁতেই বাহিৰত কোনোবাই দুৱাৰত শব্দ কৰিলে।

ছোৱালীজনীয়ে তৎক্ষণাৎ লাইটটো নুমুৱাই দি মোৰ মুখলৈ চাই মুখত আঙুলি দি মনে মনে থাকিবলৈ কৈ দুৱাৰৰ ওচৰলৈ গ'ল।

তাৰ পিছত দুৱাৰখন খুলি বাহিৰলৈ গ'ল। দুৱাৰখন বন্ধ হৈ গ'ল।

মোৰ মুৰটো সামান্য ঘূৰাইছিল। কিন্তু ছোৱালীজনীৰ এই অস্বাভাৱিক আচৰণত মোৰ মাজত বাৰে বাৰে সন্দেহ এটা সোমাল।

উদ্দেশ্য কি?

মইতো ইয়ালৈ মাথোন সময় কটাবলৈ আহিছোঁ।

মোক চিনি পেলাইছে নেকি?

মোৰ অসহায় অৱস্থাৰ সুবিধা লৈ মোক এই ঠাইত অপমান কৰাৰ কোনো হীন ষড়যন্ত্ৰ নহয়তো? প্ৰশান্তই জানি-শুনি মোক এনেদৰে ইয়াত এৰি থৈ গৈছে কিয়? মইতো স্বেচ্ছাই ইয়ালৈ অহা নাই। মইতো মাথোন মোৰ মনৰ জুই নুমুৱাবলৈ পৃথিৱীৰ য'তেই নহওক অক'মান নিৰিবিলি ঠাই বিচাৰিছোঁ! তেন্তে?

মই ভিতৰি ভিতৰি জ্বলি উঠিলোঁ। সমগ্ৰ পৰিৱেশটোৱে মোক যেন প্ৰচ্ছন্নভাৱে ব্যঙ্গ কৰিছে, এনে লাগিল।

মই এন্ধাৰ কোঠালীটোৰ সেই অদ্ভুত পৰিৱেশত বন্দী এক কয়েদীৰ দৰে নিৰ্বাক হৈ ৰলোঁ।; বাহিৰত হাই-উৰুমি বৃদ্ধি পাইছিল, বিভিন্নজনৰ তৰ্ক-বিতৰ্ক। কথা কটা-কটি মোৰ কাণত পৰিছিল। কিহৰ এইবোৰ চিঞৰ-বাখৰ? এই উত্তপ্ত পৰিৱেশ?

ছোৱালীজনী গ'ল ক'লৈ? কোন আহিছে'বাৰু? ব্যৱসায়ত ব্যাঘাত হৈছে নেকি? মই সময় নষ্ট কৰাৰেবা যুক্তি ক'ত? তেন্তে প্ৰশান্তই মোক এনেদৰে ইয়াত এৰি গ'ল ক'লৈ?

দুৱাৰত শব্দ হ'ল।

ছোৱালীজনী সোমাই আহিল।

বাৰাণ্ডাৰ ম্লান লাইটৰ পোহৰত মোৰ চকুত পৰিল তিনি-চাৰিজনমান মানুহ চিৰিয়েদি নামি যোৱা। কোন সেইবোৰ?

এন্ধাৰতে ছোৱালীজনীয়ে মোলৈ চাই সুধিলে, "আপোনাৰ খং উঠিছে নেকি ?"

মই নিমাতে ৰলোঁ। ছোৱালীজনীয়ে এইবাৰ আহি মোৰ হাতৰ গিলাচটোলৈ চালে। তাৰ পিছত বটলটো।

নিজে কৈ গ'ল, "কি হ'ল, আপোনাৰ দেখোন শেষেই হ'ল, অথচ মোকতো কোৱা নাই ?"

মই এইবাৰো নিমাতে থাকিলোঁ।

ছোৱালীজনীয়ে ক'লে, "শান্তিত আপোনাৰ স'তে অক'মান কথা পাতিম সেয়াও সম্ভৱ হৈ উঠা নাই। মনৰ মানুহৰ ওচৰ চপাৰ সুবিধা পালেও শান্তি নাই।"

মই ঠিক ধৰিব নোৱাৰিলোঁ ছোৱালীজনীয়ে কি বুজাব বিচাৰিছে। মোক পৰীক্ষা কৰিছে নেকি ? জালত পেলোঁৱাৰ হয়তো অভিনৱ কৌশল।

ছোৱালীজনীয়ে ভিতৰলৈ গৈ নিজে ড্ৰিঙ্কচ্ আনিলে। পিৰিচ এখনত কিছু ফ্ৰাই কৰা বস্তু। মোৰ কোনো সন্মতিলৈ লক্ষ্য নকৰাকৈয়ে ততালিকে গিলাচটো লৈ সুন্দৰকৈ ঢালি-মেলি ক'লে, "খাওক।"

মই ছোৱালীজনীৰ মুখলৈ চাইছিলোঁ।

সেইখন মুখত কোনো ভাবান্তৰ নাই। মোৰ মুখৰ ফালে নিৰ্বাক হৈ চাই ৰ'ল ছোৱালীজনীয়ে।

মই কলোঁ, "তোমাৰ অসুবিধা হৈছে হয়তো !"

"অসুবিধা ? কিহৰ ?"

"মই অনৰ্থক তোমাৰ সময় নষ্ট কৰিছোঁ।"

"অৰ্থ থকাকৈ সদায় সময় কটাইছোঁ। কেতিয়াবা এনেদৰে সময় কটায়ো ভাল লাগে। আপুনি খাওক।"

মই তীক্ষ্ণদৃষ্টিৰে ছোৱালীজনীৰ মুখখন চাবলৈ যত্ন কৰিছিলোঁ। এন্ধাৰতে ছয়া-ময়াকৈ মাথোন আভাস পালোঁ, স্পষ্ট ৰূপ নেপালোঁ।

মই সুধিলোঁ, "কাৰোবাৰ হতুৱাই টেক্সি এখন মতাই দিয়া। মই যাওঁগৈ।"

বজাই থকা চেতাৰৰ তাঁৰকেইডাল হঠাতে ছিঙিলে যেনে বেসুৰা শব্দ এটা হ'ব, ঠিক তেনে এক সুৰহীন বিকৃত সুৰত ছোৱালীজনীয়ে কৈ উঠিল, "কি কৈছে?"

"মই যামগৈ।"

মই যেন অদ্ভুত আৰু যুক্তিহীন প্ৰস্তাৱ এটা হে দিছোঁ, তেনে ভাবত ছোৱালীজনীয়ে মোলৈ চাই ৰ'ল।

"কথা নোকোৱা কিয়?"

"কি ক'ম?"

"মই যাব খুজিছোঁ। কাৰোবাক পঠিয়াই টেক্সি এখন অনাই দিলে ভাল পাম।"

"যদি নিদিওঁ?"

"মানে?"

"টেক্সি যদি নেমাতোঁ?"

ছোৱালীজনীয়ে কথাখিনিতো—ঠাট্টা কৰি কোৱা যেন নেলাগিল!

"নেমাতিবা কিয়? আৰু যদি অসুবিধা হয়, মই নিজে যামগৈ। প্ৰশান্ত ক'ত?"

"মই নেজানো।"

এইবাৰ মই চিঞৰি উঠিলোঁ, "তুমি জানা, নোকোৱা। মই তোমাৰ, তোমালোকৰ মতলব বুজিছোঁ।"

ছোৱালীজনী হাঁহি উঠিল।

খঙতে মই গিলাচটো হাতত লৈ দলিয়াব খোজোঁতেই ছোৱালীজনীয়ে মোৰ হাতখন ধৰি পেলালে। ক'লে, "আপুনি যিয়ে নকৰক, যাব আপুনি নোৱাৰে।"

"কিন্তু কিয়? তুমি মোক বাধা দিবলৈ কোন?"

ছোৱালীজনী ৰৈ গ'ল।

মোৰ মূৰটো গধুৰ গধুৰ লাগিছিল। সকলোতে সমস্যা ভাল নেলাগে।

ছোৱালীজনীয়ে এইবাৰ অদ্ভুত প্ৰস্তাৱ এটা দিলে।

মোৰ অধৈৰ্যতা আৰু উদ্বিগ্নতা লক্ষ্য কৰিয়ে হওক বা অন্য যি কোনো কাৰণতে হওক ছোৱালীজনীয়ে সুধিলে, "আপোনাৰ যদি আপত্তি নাই—গান শুনিব নেকি?"

মোৰ প্ৰস্তাৱটো বেয়া নেলাগিল।

এনে এটি পৰিস্থিতিত কোনো কথা নোকোৱাকৈ, কোনো তৰ্ক-বিতৰ্ক নকৰাকৈ মাথোন আপোনমনে যদি গান শুনিব পাৰোঁ, মনটোৰ জুই ভালেখিনি উপশম হ'ব। ইমান সময় ছোৱালীজনীয়ে এই সাধাৰণ কথাটোকে কোৱা নাছিল কিয়?

অভিভূত হৈ মই কলোঁ, "শুনিম। গোৱা।"

ছোৱালীজনী উঠি গ'ল। অলপ পৰৰ পিছত আকৌ আহি ক'লে, "লাইটটো জ্বলাওঁ নে?"

মই কলোঁ, "নেলাগে, এন্ধাৰতে ভাল লাগিব। তুমি গাই যোৱা।"

ছোৱালীজনীয়ে ক'লে, "মই নেগাওঁ।"

"তেন্তে? তুমিয়ে ক'লা দেখোন গান শুনাবা বুলি?"

"মই শুনাম ঠিকেই।"

সামান্য হাঁহিলে ছোৱালীজনীয়ে।

এইবাৰ এন্ধাৰতে ক্ষিপ্ৰতাৰে ছোৱালীজনী ঘৰখনৰ এটা কোণলৈ গৈ ঢাকি থোৱা কাপোৰ এখনৰ তলৰপৰা কিবা এটা উলিয়াই আনি পাৰি থোৱা কাৰ্পেটৰ ওপৰত থ'লে।

মই বুজিলোঁ, সেইটো ৰেকৰ্ড প্লেয়াৰ।

মোৰ হাঁহি উঠিল। ছোৱালীজনী বুদ্ধিমতী সন্দেহ নাই।

মোৰ মুখলৈ নোচোৱাকৈ অতীব ব্যস্ততাৰে তেওঁ সকলো কৰি গ'ল।

মই হাত-ঘড়ীটো চকুৰ ওচৰলৈ আনি চাবলৈ যত্ন কৰিলোঁ। ছোৱালীজনীয়ে ক'লে, "ৰাতি ডেৰটা বাজিছে।"

এইবাৰ মোৰ ড্ৰিঙ্কচৰ বটল-গিলাচ সকলো ঠিক কৰি থৈ ছোৱালীজনীয়ে সুধিলে, "বজাওঁ নে?"

মই কলোঁ, "তুমি গোৱাহেঁতেন মই ভাল পালোহেঁতেন।"

অলপ ৰৈ ছোৱালীজনীয়ে ক'লে, "মই গাওঁ ঠিকেই, আজি কিন্তু গোৱাৰ সাহস নাই—মানে—মনো নাই। আজি আমি দুয়ো শুনাত আপত্তি কি?"

মই একো উত্তৰ নিদিলোঁ।

সন্তৰ্পণে পাতল এন্ধাৰৰ মাজতে ছোৱালীজনীয়ে ৰেকৰ্ড এখন লগাই সযত্নে এবাৰো ভুল নকৰাকৈ পিনটো লগাই দিলে।

মোৰ মূৰৰ পোকটোৰ কামোৰ একেভাৱেই চলি আছিল। মই কি বিচাৰিছোঁ? কি?

কিন্তু…

কিন্তু এয়া যেন আকৌ এক নতুন ৰহস্য।

বাজি উঠা ৰেকৰ্ডখনৰপৰা ভাহি অহা সেইটো দেখোন মোৰেই গান। অসমীয়া গান।

আঠ জুলাইৰ ৰাতি এই কুখ্যাত অঞ্চলৰ, এই আচহুৱা পৰিৱেশত এজনী বঙালী সাধাৰণ ছোৱালীৰ ঘৰৰ এয়া কি নতুন ৰহস্য?

মোৰ মূৰটো আচন্দ্ৰাই ধৰিছিল।

চিনি পাইছে নেকি মোক? পৰীক্ষা কৰিছে? ষড়যন্ত্ৰৰ এয়া আকৌ হীন এক পদক্ষেপ নহয়তো? ওচৰৰ মানুহে শুনিলে কি ভাবিব? এনেদৰেই মোক জালত পেলাব বিচাৰিছে নেকি?

ছোৱালীজনীয়ে উঠি গৈ ষ্টেণ্ডিং লাইটটো জ্বলাই দিলে।

মোৰ মুখলৈ ঘূৰি চাই আগবাঢ়ি আহিল।

মোৰ ওচৰতে বহিল। একেবাৰে ওচৰত। সুধিলে, "কেনে লাগিছে ?"

মই নিৰুত্তৰ।

সুধিলে, "এইটো গানৰ ভাষা বুজিছে নে নাই ?"

মই নিৰুত্তৰ।

ক'লে, "এইটো অসমীয়া গান। মোৰ গানটো ভাল লাগে।"

মই ছোৱালীজনীৰ মুখলৈ চালোঁ।

ক'লে, "আপোনাৰ আচৰিত লগা নাই নে মই কিয় এই গান আপোনাক শুনাইছোঁ ?"

মই সতৰ্ক দৃষ্টিত ঘৰটোৰ চাৰিওফালে এবাৰ চাই ললোঁ। নিজকে বৰ বিব্ৰত যেন লাগিল। মোৰ সন্দেহ দৃঢ় হ'ল যে মই ক'ৰবাত এটা ভুল কৰিছোঁ।

ছোৱালীজনীয়ে সুধিলে, "কি হ'ল, একো নকয় দেখোন ?"

মই কলোঁ, "বন্ধ কৰা এইটো গান।"

"কিয় ?"

"মোৰ ভাল লগা নাই।"

খিল্‌খিলাই ছোৱালীজনী হাঁহি উঠিল। অদ্ভুত সেই হাঁহি। ক'লে, "মিছা কথা।"

মোৰ মুখলৈ চাই ক'লে, "আপোনাৰ ভাল লাগিছে। আজি গোটেই দিনটোত বোধহয় এইটো মুহূৰ্তই আপোনাৰ সবাতোকৈ ভাল লাগিছে। কওক হয় নে নহয়।"

কথাটো হয়, কিন্তু মই মুখ ফুটাই কওঁ কেনেকৈ ?

ছোৱালীজনীয়ে অভিভূত হৈ নিজেই কৈ গ'ল, "মোৰ বহুদিনৰ ইচ্ছা আছিল আপোনাক ওচৰৰপৰা চোৱাৰ। আজি সেই ভাগ্য হ'ল। আপুনি প্ৰথম সোমাওঁতেই মই চিনিছিলোঁ আপোনাক।"

মোক যেন কোনোবাই জোঙা কিহবাৰে খুঁচি হে দিছে, এনে লাগিল।

ছোৱালীজনীৰ বক্তব্য কি ?

ৰেৰ্কডৰ গানটো শেষ হৈ আহিছিল। ছোৱালীজনীয়ে সন্তৰ্পণে উঠি গৈ ইটো পিঠি লগাই দিলে। আকৌ মোৰপৰা কিছু দূৰত্বত বহি ক'লে, "আপুনি মোক ভুল বুজিছে নিশ্চয়।"

মই সুধিলোঁ, "তুমি বোধহয় ভুল কৰিছা। মই কোন তুমি ঠিক ধৰিব পৰা নাই।"

সামান্য হাঁহি ক'লে, "লুকুৱাই আৰু লাভ নাই। আপোনাক মই মহাজাতি সদনৰ ফাংশ্যনত দেখিছিলোঁ, আপোনাৰ ফটো ওলোৱা আলোচনী মোৰ ইয়াত বিচাৰিলে পাম। যোৱা ওঠৰ তাৰিখে আপুনি ৰাতি ইয়াৰপৰা বঙালী গানৰ প্ৰ'গ্ৰেম কৰিছে।"

মোৰ মূৰটো বৈ বৈ বিষাইছিল। আকৌ সমস্যা। সন্দেহ।

মই এইবাৰ কলোঁ, "তুমি এইবোৰ নিশ্চয় প্ৰশান্তৰপৰা শুনি কৈছা।"

"ছিঃ ছিঃ, কিয় তেনেদৰে অযথা মানুহজনৰ ওপৰত বিৰূপ ধাৰণা এটা লৈছে ? প্ৰশান্তবাবুৱে মাথোন আপোনাৰ অশান্তিৰ কথা কৈছে, আৰু কৈছে..."

"কি কৈছে ?"

ছোৱালীজনীয়ে ক'লে, "আৰু কৈছে, খুব সাৱধানে আপোনাৰ স'তে ব্যৱহাৰ কৰিবলৈ, আৰু একো নাই।"

মই বিশ্বাস কৰিবলৈ টান পালোঁ।

এই সকলোবোৰ যেন এটা পূৰ্বপৰিকল্পিত আঁচনি এনে যেন অনুমান হ'ল।

মই উঠিবলৈ লৈ কলোঁ, "মই যাওঁ।"

বহি থকা ছোৱালীজনীয়ে ক'লে, "যাব ক'লৈ ? যাব আপুনি নোৱাৰে।"

মই এইবাৰ চিঞৰি কলোঁ, "বাৰে বাৰে তুমি একেটা কথাকে কিয় কৈ আছা ? মোৰ ইচ্ছা মই যাম, তুমি ক'বলৈ কোন ?"

ছোৱালীজনীয়ে ক'লে, "মই কোনো নহয় ঠিকেই, কিন্তু এই ৰাতিটোৰ বাবে আপুনি মোৰ আলহী। পাহৰি নেযাব, আপুনি মোৰ ঘৰত আছে।"

এজনী সাধাৰণ ছোৱালীৰ মুখত ইমান বৰ বৰ কথা মোৰ অসহ্যকৰ হ'ল।

মই এইবাৰ সঁচাকৈয়ে যাবলৈ সাজু হলোঁ।

দুৱাৰৰ ফাললৈ মই খোজ দিবলৈ সাজু হওঁতেই ছোৱালীজনীয়ে দুৱাৰখন আগভেটি ধৰিলে।

মই সুধিলোঁ, "কিমান পইচা দিম ?"

মোৰ বেক-পকেটলৈ হাতখন গ'ল।

চকুত পৰিল সমুখত সজাই থোৱা বটলকেইটা, গিলাচটো আৰু ৰেকৰ্ড প্লেয়াৰটো।

ছোৱালীজনীয়ে এইবাৰ সুধিলে, "মোৰ ইয়ালৈ মানুহ কিয় আহে আপুনি নিশ্চয় জানে ?"

মই একো কোৱা নাছিলোঁ।

তেওঁ নিজেই কৈ গ'ল ঃ "দেহ ছুবলৈ, পাবলৈ।"

মোৰ চকুলৈ নোচোৱাকৈ ছোৱালীজনীয়ে ক'লে, "আপুনি নেজানে বাহিৰত কি হুলস্থুল হৈছে। আজি ৰাতিপুৱা দুজন অসমীয়া মানুহক ইয়াতে বেয়াকৈ অপমান কৰিছে। আপুনি যে ইয়ালৈ আহিছে দুই-একৰ চকুত পৰিছে। মোৰ তালৈ বিভিন্ন মানুহ আহি মাথোন তাকেই সুধিছে। বাহিৰত কিছুমান মানুহ দল বান্ধি ৰৈ আছে, কোনে জানে কোন মুহূৰ্তত কি হয়।"

মই শুনি গৈছিলোঁ। লুকুৱাবৰ আৰু কোনো উপায় নাই।

ছোৱালীজনীয়ে কৈছিল, "এই গোটেই ফ্লেটটো মই আজি কিনি লৈছোঁ। বাৰজনী ছোৱালীক মই বুজাই-মেলি কৈ আহিছোঁ মাত্ৰ আপোনাৰ বাবে। কি ঠিক—উত্তেজনাত কোনে কি কৰে।"

মই অভিভূত হৈ মাথোন শুনি গৈছিলোঁ। কি কৈছে এইবোৰ ?

মই তথাপি কলোঁ, "তোমাক বহু ধন্যবাদ। কিন্তু মোক যাবলৈ দিয়া।"

ছোৱালীজনীয়ে এইবাৰ দৃঢ়কণ্ঠেৰে ক'লে, "নিদিওঁ। কেতিয়াও নিদিওঁ। আপুনি মোক যিয়ে নকৰক মই আজি এই মুহূর্তত আপোনাক যাবলৈ কিন্তু নিদিওঁ।" ছোৱালীজনীৰ মাতটো আৱেগত ভৰি আছিছিল।

অলপ ৰৈ আকৌ ক'লে, "আজি হেনো শিলিগুৰিত এজন মানুহক মাৰিছে। ইয়াৰো দুই-এঠাইত উৎপাত কৰিছে। এনে অৱস্থাত আপুনি ওলাই যোৱা উচিত নহ'ব।"

এইবাৰ মই সুধিলোঁ, "মই দেখোন অসমীয়া, তোমাৰ ঈর্ষা হোৱা নাই ?"

ছোৱালীজনীয়ে ক'লে, "কোন কি মই নেজানো, মাথোন জানো এটা কথা। মোৰ ইয়ালৈ মানুহ আহে দেহ ছুবলৈ, এইটো দেহৰ দাম দিও মানুহে ছুবলৈ আহে। মই আপোনাৰ সাধাৰণ গুণমুগ্ধা শ্ৰোতা হিচাপে আপোনাক শ্ৰদ্ধা কৰোঁ। আজিৰ এই ৰাতিটো মই আপোনাৰ দেহ কিন্তু কাকো ছুবলৈ নিদিওঁ।"

মই অবাক হৈ ছোৱালীজনীৰ মুখলৈ চাইছিলোঁ।

"মোৰ দেহ কাকো ছুবলৈ নিদিয়া ?"

"নিদিওঁ। যাৰ দেহৰ কোনো মূল্য নাই সেইটো দেহে আবৰি ৰাখিব এটি অন্য দেহক। আপুনি অসমীয়া নে বঙালী মোৰ বাবে সেইটো ডাঙৰ কথা নহয়। মই মাথোন জানো আপুনি গুণী মানুহ। আপোনাৰ গান মই বৰ ভাল পাওঁ। আপুনি যাব নোৱাৰে, নোৱাৰে, নোৱাৰে..."

"টেক ম'ৰ ড্ৰিঙ্কচ্।"

"লওক।"

"আৰু লওক।"

"আৰু..."

বাহিৰত তেতিয়াও ভালদৰে পোহৰ হোৱা নাই। মই সাৰ পাই দেখিছিলোঁ কোঠালীটোত লাইট জ্বলি আছে।

একোণৰ আইনাখনৰ সমুখত থিয় হৈ ছোৱালীজনীয়ে মূৰ আঁচুৰিছিল। মোলৈ চাই ক'লে, "উঠক। অলপ পিছত ৰাতি পুৱাবই। তাৰ আগতে আপুনি গ'লে ভাল হয়। সূৰ্যোদয় বাটতে দেখা পাব।"

হেয়াৰ-ক্লিপ এটা দাঁতেৰে কামুৰি ধৰি চুলিত মাৰি লৈ মোৰ ফালে মিঠাকৈ হাঁহিলে।

মই উঠিছিলোঁ। কেতিয়া টোপনি আহিছিল মই নেজানো।

বাথৰুমৰ ভিতৰত সোমাই দেখিলোঁ, সুন্দৰভাঁৱে টাৱেল আদি দি থোৱা আছে। মুখ-হাত ধুই যেতিয়া বাহিৰলৈ আকৌ কোঠালী-টোলৈ আহিছিলোঁ, তেতিয়া ছোৱালীজনীৰ প্ৰসাধন কৰা শেষ হৈ গৈছে। ৰেকৰ্ড প্লেয়াৰত চেতাৰবাদন। ভৈৰবী ৰাগত। সম্ভৱতঃ আবদুল্ হালিম জাফৰ খাঁনৰ।

ঘড়ীটো চালোঁ।

চাৰি বাজোঁ'বাজোঁ।

মূৰ আঁচুৰি চিগাৰেট এটা জ্বলাই ললোঁ। ছোৱালীজনী সোমাই আহিল। হাতত এখন সৰু ট্ৰে।

মোৰ সমুখত দি ক'লে, "খাওক। কফি। টোপনি ভাঙিব।"

খাইছিলোঁ।

ছোৱালীজনীয়ে ক'লে, "টেক্সি মই অনাই থৈছোঁ। প্ৰশান্তবাবুৰ টোপনি ভঙাই নাই। ওচৰৰে ৰুম এটাত আছে। মই আপুনি যোৱা বুলি ক'ম বাৰু।"

শূন্য কাপটো থৈ মই উঠিলোঁ।

ষ্টেণ্ডিং লাইটটোৰ ওপৰৰ কাগজখনলৈ চকু গ'ল। মই এহাতেৰে কাগজখন আঁতৰাই আনি মোহাৰি পেলালোঁ।

ছোৱালীজনীয়ে ক'লে, "মোৰ ভুল হ'লে ক্ষমা কৰিব। যোৱা ৰাতিটো মোৰ বাবে স্মৰণীয় হৈ ৰ'ব।"

মই মনিবেগটো উলিয়াই মেলি চালোঁ।

বাৰখন দহ-টকীয়া নোট আছিল। আটাইকেইখন উলিয়াই তেওঁৰ হাতত দিলোঁ।

মোৰ চকুলৈ খন্তেক চাই হাত পাতি ল'লে।

মই খোজ দিলোঁ।

মোলৈ বিনম্ৰ ভঙ্গীত নমস্কাৰ দিলে।

মোৰ স'তে চিৰিয়েদি নামি আহিব খুজিছিল। মই কলোঁ, "নেলাগে।"

বৈ গ'ল ছোৱালীজনী।

হাত জোকাৰি নামি আহিলোঁ।

টেক্সি গেটৰ ওচৰতে আছিল। উঠি বহিলোঁ।

টেক্সি চলিল। হঠাতে পেণ্টৰ পকেটত টোপোলা এটা যেন পাই উলিয়াই চালোঁ।

এডাল বগা যুঁতি ফুলৰ মালা।

ফুলবোৰ সামান্য মৰহিছে। হয়তো যোৱা ৰাতিৰে মালা। কোনে জানে, হয়তো ছোৱালীজনীৰ চুলিত কালি মাৰি থোৱা মালাই এইডাল?

নাকৰ ওচৰলৈ আনিলোঁ।

এটা মিঠা সুবাস।

টেক্সিৰপৰাই দেখিলোঁ ব্যস্ত কলিকতা তেতিয়াও নিদ্ৰামগ্ন।

অলপ পিছতে আকৌ ব্যস্ততা নামিব। আকৌ সংগ্ৰাম। জীয়াই থকাৰ, জীয়াই ৰখাৰ।

বেলিটো এটা দিশত ধীৰে ধীৰে ৰঙা হৈ ওলাইছিল।

পোহৰৰ স্তূপ।

ৰাতিৰ সকলো গ্লানি, সকলো বিদ্বেষ, সকলো হিংসা ধুই নিকা কৰি এনেদৰেই সদায় সূৰ্য ওলাই আহিছে।

নতুন সূৰ্য।

এটা ৰাতিৰ শেহত আকৌ নতুন সূৰ্য।

মই সূৰ্যটোৰ বলয়াকৃতি ৰূপলৈ চাই চাই ভাবিছিলোঁ, আজিয়ে অসমলৈ যাব লাগিব।

নতুন গীত এটাও ৰচিব লাগিব।

হাতত থকা ফুলৰ মালাডাল আকৌ নাকৰ ওচৰলৈ আনিলোঁ। বৰ সুন্দৰ সুবাস। ৰাতিৰ গোটেই মানুহজনী যেন তাত মিহলি হৈ আছে।

কোনে কয়, মানুহৰ, সঁচা মানুহৰ মৃত্যু হৈছে?

ফুলখিনি হাতত মেলি চালোঁ।

প্ৰতিটো ফুলে যেন কথা কৈছে। মোৰ বাবেই নহয়, সকলোৰে বাবে। মন দি শুনিলেই কাণত পৰিব সেই কথা।

বেলিৰ পোহৰ উজ্জ্বল হৈ ওলাইছিল।

উজ্জ্বলৰপৰা উজ্জ্বলতৰ।

মই একেথৰে বেলিটোলৈ চাই ৰলোঁ।

* * *